# শুদ্ধ অসমীয়া

অসমীয়া ব্যাকৰণৰ সাৰাংশ

আৰু

ভাষা আৰু ৰচনাৰ সঙ্কেত

শ্ৰীডিম্বেশ্বৰ নেওগ

# স্বৰ্গীয়া আজলীতৰা নেওগ

## প্ৰকাশিত

**আৰবীয় আৰু অন্যান্য সাধুমালা :—**

১। আলিবাবা আৰু চুকুৰি ডকাইত ( তৃতীয় তাঙৰণ )

২। সিন্দবাদ আৰু সাতোটি জলযাত্ৰা ( তৃতীয় তাঙৰণ )

৩। আল্লাদ্দিন আৰু এটি আচৰিত চাকি ( দ্বিতীয় তাঙৰণ )

৪। কুমানন আৰু বম্বিদেৱ ( প্ৰথম তাঙৰণ )

**অসম গৌৰৱ সাহিত্য-জীৱনী-মালা :—**

৫। আনন্দৰাম ঢেকিয়াল ফুকন ( দ্বিতীয় তাঙৰণ )

৬। গুণাভিৰাম বৰুৱা ( দ্বিতীয় তাঙৰণ )

৭। হেম বৰুৱা আৰু ৰজনী বৰদলৈ ( প্ৰথম তাঙৰণ )

৮। আনন্দ আগৰৱালা আৰু হিতেশ্বৰ বৰবৰুৱা ( প্ৰথম তাঙৰণ )

**শ্ৰীমতী মাণিকিমধুৰি নেওগৰ ৰচিত আৰু প্ৰকাশিত :—**

৯। বিলাতী পিঠা আৰু অন্যান্য সাধু ( দ্বিতীয় তাঙৰণ )

১০। কেহুআলিৰ সাধু ( টলষ্টয়ৰ ভাঙনি—প্ৰথম তাঙৰণ )

১১-১২। মোৰ ক পুথি আৰু মোৰ খ পুথি ( প্ৰথম তাঙৰণ )

**শ্ৰীসুৰেন্দ্ৰনাথ দত্তৰ :—**

১৩। আজলীতৰা নেওগ ( প্ৰথম তাঙৰণ )

১৪। আজলীতৰা ( সংগ্ৰহ—প্ৰথম তাঙৰণ )

# শুদ্ধ অসমীয়া

অসমীয়া ব্যাকৰণৰ স্বতন্ত্রতা; আখৰ-জোটনিৰ বৈশিষ্ট্য;
সন্ধি-সমাস আদিত সপ্তম শতিকাৰে পৰা অসমীয়া
ভাষাৰ স্বাধীনতা; অসমীয়া উচ্চাৰণৰ বিশেষত্ব;
চলিত অভিধান-ব্যাকৰণৰ আসোঁৱাহৰ আলোচনা;
অসমীয়া তদ্ধিৎ, কৃৎ আৰু স্ত্রী প্রত্যয়;
একাৰ্থক, সদৃশাৰ্থক, বিপৰীতাৰ্থক
শব্দ-মালা, অসমীয়া শব্দবিভাগ,
শব্দগঠন, শব্দ-যোজনা,
জতুৱা ঠাঁচ আৰু
ভুল-শুধৰণি

শ্রীডিম্বেশ্বৰ নেওগ

শুৱনী প্ৰকাশ, যোৰহাট
প্ৰথম তাঙৰণ
ভাদ, ১৮৭৫





# সূচী

## প্ৰথম অধ্যায়



## দ্বিতীয় অধ্যায়



## তৃতীয় অধ্যায়



## চতুৰ্থ অধ্যায়



## পঞ্চম অধ্যায়



## ষষ্ঠ অধ্যায়



## সপ্তম অধ্যায়

# প্ৰথম অধ্যায়

**মাতৃভাষাৰ বিশুদ্ধতা:—**"স্বদেশ আৰু স্বজাতিৰ উন্নতিৰ মঙ্গল মন্দিৰৰ সিংহদুৱাৰ, মাতৃভাষা।" "ভাষাৰ বান্ধেই সমাজ আৰু ৰাষ্ট্ৰৰ বান্ধ।" "ভাষা-চৈতন্য নাথাকিলে জাতীয় চৈতন্য নাথাকে।" আদি উক্তি যুগ-যুগান্তৰৰ অভিজ্ঞতাৰ প্ৰকৃষ্ট প্ৰমাণ। তদুপৰি মাতৃভাষাৰ সৌষ্ঠৱ-সাধন আৰু বিশুদ্ধতা-ৰক্ষা প্ৰত্যেক সন্তানৰ পবিত্ৰ কৰ্ত্তব্য। শব্দ-ভঁৰালৰ শ্ৰীবৃদ্ধি ভাষাৰ সৌষ্ঠৱ-সাধনৰ প্ৰধান প্ৰমাণ। ইয়াক দুই উপায়ে সাধিব পাৰি: প্ৰথম উপায়, বিদেশী শব্দ ধাৰ কৰা; আৰু দ্বিতীয়, লোকৰ ওচৰত হাত নপতাকৈ নিজৰ ভাষাৰ সজুলিৰে নতুন শব্দ গঢ়া। আত্ম-চৈতন্য-জাগ্ৰত জাতিয়ে আহুকলীয়া হলেও এই দ্বিতীয় উপায়কে সদায় অৱলম্বন কৰে। "অৰুনোদই" যুগত বিদেশী মিস্তনেৰীসকলেই অসমীয়াৰ হকে এনে বহুত নতুন শব্দ গঢ়িছিল; 'আঙুৰ'ৰ সলনি 'লতা-পনীয়ল' তেনে নকৈ গঢ়া শব্দৰ বিজ্ঞাপন চানেকি। 'জোনাকী' যুগলৈকে অসমীয়াত এনে চেষ্টা চলিছিল; দুখৰ কথা, বৰ্ত্তমান নকৈ শব্দ গঢ়া চেষ্টা যে নায়েই, আগতে গঢ়া বা থকা শব্দবোৰো পাহৰি নিয়ে গিলিবলৈ ধৰিছে। বিদেশী শব্দ যে আমি একেবাৰেই লব নালাগে, এনে নহয়; বৰ্ত্তমান যুগৰ আগতে অসমীয়াত ক্ষীণ যোৱা শব্দ চালিলে-জাৰিলে পাচিয়ে পাচিয়ে নহলেও খৰাহিয়ে খৰাহিয়ে ওলাব নিশ্চয়। সেইদৰে "পেন্সিল", "বেঞ্চ" আদি এপোণ ছৰ্অৰা ইংৰাজী শব্দ অসমীয়া দিনেকীয়া জীৱনত আজিও নহলে নচলে; কিয়নো বিদেশী কথা বা

বস্তুৰ লগত বিদেশী শব্দৰ ব্যৱহাৰ, মাহুটোৰ লগত ছাঁটোৰ দৰে সোমাবই, আমি তাক বাধা দিব নোৱাৰো। তদুপৰি একেটা বস্তুৰে স্বকীয়া ফাল বা একেটা ভাবৰে ভিন্ ভিন্ আঁহ বুজোৱা বিদেশী শব্দ পালেও আমি সেই উদ্দেশ্যত গ্ৰহণ কৰা উচিত। উদাহৰণ স্বৰূপে; সংস্কৃতত বেলিক 'তপন' বোলে তাপ দিয়ে দেখি, 'ভাস্কৰ' বোলে পোহৰ দিয়ে বুলি, "সূৰ্য্য" বোলে কামত লগায় যাবে, ইত্যাদি। এনে একাৰ্থক বহুত শব্দ থকা ভাষাই অৱশ্যে ঐশ্বৰ্য্যশালী বুলি নিজৰ চিনাকি দিয়ে। পিছে নিজ ভাষাত সম্পূৰ্ণ অৰ্থ প্ৰকাশ কৰা একোটা শব্দ থকাত তাক নেওচা দি সন্তীয়া আৰু অচিন বিদেশী শব্দ একোটা চলোৱা কোনো যুক্তিৰে সমৰ্থন কৰিব নোৱাৰি। নিজৰ 'বাঢ়ৈ' এৰি লোকৰ "কাঠ-মিস্ত্ৰি" বিচাৰি যোৱা, আপোনাৰ 'ঠাই' এৰি আনৰ 'জেগা' (?) খুজিবলৈ অহা ("থান্ এৰিলে মান এৰিব লাগে"), আৰু নিজ ঘৰৰ তাঁতশালৰ 'চেলেং' দলিয়াই পেলাই পৰৰ পুৰণি 'চাদৰ' পিন্ধিবলৈ কৰা মনটো নিশ্চয় বিকাৰগ্ৰস্ত: ই আত্মসম্মান আৰু জাতীয় চৈতন্য থকা দেশৰ কথা হবই নোৱাৰে। মুখত বিবোৰ বাৰ-বঙলুৱা মাত-কথাৰ আখৈ ফুটাই বহুতে আজিকালি 'উচ্চ শিক্ষিত'ৰ চিনাকি দিবলৈ যায়, প্ৰকৃত সভ্য সমাজত সেইলোকে তাৰ বিপৰীত অৱস্থা আৰু নীচাত্মিকাৰ হে প্ৰমাণ দিয়ে। অকল শব্দাৱলীতে নহয়, ব্যাকৰণ আদিতো, "ক'ত যোৱা?" আদি খিচুৰি ভাষা জীণ নোযোৱা সংস্কৃতিৰ চিনাকি নিশ্চয়।

**অসমীয়া ভাষাৰ "ওপজাৰে" ওজাসকল**:—"সদিয়ালৈ নাযাবা, সৎফুল নাখাবা, কৌ পাতত নাবাহ্মিৰা লোণ। উপজিয়ে অসমীয়া ভাষাৰ ওজা হয় কোন?" সাহিত্যৰথী বেজবৰুৱাই কৈছিল,

বহুতেই ইয়াৰ উত্তৰত কব, "অসমীয়া"; কিন্তু সেই উত্তৰ নিশ্চয় ভুল। স্বৰূপতে অসমীয়াৰ বাহিৰে কোনেও এনে ভুল কৰা স্বাভাৱিক নহয়; কিয়নো পৃথিবীৰ কোনো দেশৰ সন্তানেই কোনো মাতৃভাষাৰ ওজা হৈ নোপজে। মাতৃ-ভাষা হলেও তাৰ আয়ত্ত চৰ্চ্চা আৰু সাধনা-সাপেক্ষ নিশ্চয়; কেৱল আন ভাষাতকৈ মাতৃভাষাৰ সাধনা তুলনাত সহজলব্ধ হব পাৰে, ইমানেই: কিন্তু দুৰ্ভাগ্যক্ৰমে অসমীয়াৰ তেনে ভুল ধাৰণা আজিলৈকে একেবাৰে দূৰ হোৱা নাই। ইয়াতোকৈ দুৰ্ভাগ্যৰ কথা, বিদেশী ভাষা এটাৰ উচ্চাৰণ, জোটনি আৰু ব্যাকৰণৰ সৰু ভুল এটাও আমি বৰ ডাঙৰ কথা বুলি ভাবোঁ; পিছে নিজ মাতৃভাষা অসমীয়াৰ বৰ ভুল এটাও আমি সৰু কিয়, কোনো ডাঙৰ কথা বুলিয়ে গণিতা নকৰোহঁক। তাৰ ফলত, সাধাৰণ শিক্ষিতৰ পৰা বি-এ, এম-এ মহলা মৰালৈকে, প্ৰাথমিক শিক্ষকৰ পৰা বিশ্ব-নিঃশ্ব সকলো বিদ্যালয়ৰ পৰীক্ষক-কৰ্ণধাৰসকললৈকে, অসমীয়া ভাষা, ব্যাকৰণ আৰু আখৰ-জোটনিৰ ফালে এনে বন্দা-কটা! স্কুল-কলেজৰ শিক্ষক-অধ্যাপক, বিভিন্ন বিশ্ববিদ্যালয় আদিৰ পৰীক্ষক আৰু সাহিত্য-আলোচনীৰ সম্পাদক স্বৰূপে ডেৰকুৰি বছৰীয়া অভিজ্ঞতাৰ পৰা আমি এই কথা ভাঠি কওঁ। তদুপৰি পঢাশলীয়া পাঠ্য-পুথি সমিতিৰ পৰীক্ষক নামৰ এশ্ৰেণী লোক আছে, তেওঁলোক হাবিত কাহে, ওলায় নাহে; আৰু তেওঁলোকৰ শিক্ষা-ভাষা-সাহিত্যৰ জ্ঞান এনে নৰক ফৰক যে হেম-কোস' বা "চন্দ্ৰকান্ত অভিধান"ৰ ছাপাৰ ভুলটোও তেওঁলোকে "বেদৰ বাণী" বুলি খামুচি ধৰি তাৰেই "মহাবাণীৰ দোহাই" দিয়ে; কিন্তু দুৰ্ভাগ্যক্ৰমে তেওঁলোক কোনো যুক্তি বা বিবেচনালৈ নাহে। অৱশ্যে "যি নাছিল মোচত। সি ওলাল চিপৰাঙৰ খোচত!!" এনেদৰে এক সুপ্ৰভাতত হঠাৎ অসমীয়া ভাষাৰ "ওজা" হৈ ওলোৱা-

সকলৰ বাবে যুক্তি-বিবেচনাৰে অহা অসম্ভৱ, অন্ততঃ কঠিন, বুলি আমি বুজো; কিন্তু ন্যায় আৰু সত্যৰ হকে হলেও তেওঁলোক তাৰ মুখামুখি হবই লাগিব। ভাষা-চৰ্চ্চা নিশ্চয় এক শ্ৰেষ্ঠতম বিজ্ঞান আৰু জীৱন্ত ভাষা সদায় জীৱন্ত প্ৰাণীৰ দৰে; গতিকে তিনিকুৰি বছৰৰ আগত লিখা "হেমকোষে" অনন্ত কাললৈ বা তিনি চাৰিকুৰি বছৰলৈও জীৱন্ত অসমীয়া ভাষাৰ শেষ কথা অৱশ্যে কৈ দিব নোৱাৰে। আমি স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাৰ প্ৰতি সকলো সম্মান আৰু শ্ৰদ্ধাৰে সেইবাবে তেওঁৰ আখৰ জোটনিৰ ৰীতিৰ আলোচনা কৰিছোঁ আৰু তাৰ সময়োপযোগী সামান্য পৰিবৰ্ত্তন যে অতি আৱশ্যক তাকো দেখুৱাইছোঁ। "Orthodoxy is the grave of intelligence"—বাছেলৰ এই বাক্য শিলৰ ৰেখাৰ দৰে বুলিব পাৰি; গতিকে আকোৰ-গজালি আমঠ স্বভাৱ বুদ্ধি-বিবেচনাৰ মৰিশালি বুলি বুজিব পাৰি।

অসমীয়া ভাষাৰ আৰু ব্যাকৰণৰ পাঠদানৰ সময়ত এনে মুকলিমূৰীয়া আলোচনাৰ ফলত আমি যিখিনি কথা পাইছো, তাকেহে এই এখনমানি পুথিত ঠাই দিছোঁ; আৰু সদায়েই শিক্ষা-গ্ৰহণৰ চলেৰে আমাক শিক্ষাদান কৰা আমাৰ এপুৰুষৰ ন-পুৰণি শিক্ষাৰ্থী সকলৰ সহায়-সহানুভূতিৰ শলাগ সুঁৱৰি ইয়াক প্ৰকাশ কৰিবলৈ আগবাঢ়িছোঁ। স্বৰূপতে এনে দুই-এজন বৰ্ত্তমান শিক্ষাৰ্থী শিক্ষকৰ সকলো প্ৰকাৰৰ সহায় আৰু নেৰানেপেৰা উদগনি নোহোৱা হলে এই পুথিয়ে পোহৰৰ মুখ দেখিবলৈ নাপালেহেঁতেন নিশ্চয়; তেওঁলোকক প্ৰাণ ভৰি আশীৰ্ব্বাদ কৰাৰ উপৰিও মই বিশ্বাস কৰো তেওঁলোকৰ আশাশুধীয়া যত্নৰ ফলত অসমীয়া ব্যাকৰণ বৰ্ত্তমানৰ পাঠ্য পুথি-ব্যৱসায়ীসকলৰ বস্তু হৈ নাথাকি শিক্ষিত অসমীয়া মাত্ৰেৰে

সাধনাৰ ধন হৈ পৰিব। এই পুথি অকল শিক্ষাৰ্থী পৰীক্ষাৰ্থীৰ বাবেই নহয়ঃ অসমীয়া ভাষা লিখোঁতা পঢ়োঁতা মাত্ৰৰে সহায়-সহচৰ হব বুলি আশা কৰোঁ।

অসমীয়া আখৰ জোঁটনিৰ তিনটি নীতিঃ—"আমাৰ ভাষাৰ বৰ্ণবিন্যাস তিনি প্ৰকাৰে কৰা যায়। প্ৰথমে উচ্চাৰণ অনুসৰি, দ্বিতীয়ত মূল শব্দৰ দৰে, তৃতীয়ত জনা লোকসকলে বহুতদিন চলোৱা নিয়মমতে। কিন্তু বৰ্ণবিনাসৰ কথাত উচ্চাৰণেই ঘাই বাট দেখাওঁতা। এতেকে যদি মূল শব্দৰ আখৰ ৰাখিলে কোনো অসমীয়া শব্দৰ উচ্চাৰণ নৰে, তেনেহলে তাৰ মূললৈ নেচাই উচ্চাৰণৰ অনুগামী হব লাগে। এই কথা মনত ৰাখিব লাগে যে যদিও আমি সংস্কৃত পুথি পঢ়োঁতে সেই ভাষাৰ নিয়ম মতে শ, ষ আৰু স, এই কেইটা আখৰক চ উচ্চাৰণ কৰো (?) তথাপি অসমীয়াত চলিত সংস্কৃত শব্দত সিহঁতৰ উচ্চাৰণ অসমীয়া। ফাৰ্চী আৰু বিদেশী ভাষাৰ শব্দকো আমাৰ উচ্চাৰণৰ দৰে লিখা উচিত......। মূল শব্দৰ যি আখৰ ৰাখিলে অসমীয়া শব্দৰ উচ্চাৰণ ব্যতিক্ৰম নহয়, তাক মূলৰ দৰে লিখিব লাগে।...আমাৰ ভাষাত যেনেকৈ শ, ষ আৰু স এই কেইটা আখৰৰ উচ্চাৰণৰ একো প্ৰভেদ নাই, তেনেকৈ চ, ছ, ই ( ি ), ঈ ( ী ) আৰু উ ( ু ), ঊ ( ূ ), ইহঁতৰো প্ৰত্যেকবোৰৰ উচ্চাৰণৰ একো বিভিন্নতা নাই; এতেকে শব্দৰ মূল ঠিককৈ ৰাখিবৰ প্ৰয়োজন নহলে (!) স, চ, ই ( ি ) আৰু উ ( ু ) মাথোন ব্যৱহাৰ কৰা উচিত। কোনো কোনো অসমীয়া লেখকৰ মতে শ, ষ বা স ৰে লিখা হিন্দী বা বঙ্গালী, S থকা ইংৰাজী বা 'চিন' আখৰযুক্ত ফাৰ্চী শব্দ অসমীয়াত লিখোঁতে সেই কেইটা আখৰৰ সলনি ছ লিখা বিহিত, কিন্তু তোইএ মত যুক্তিসঙ্গত নহয় (!); কিয়নো ওপৰত কোৱা গৈছে যে

আমাৰ ভাষাত চ, ছ, দুইৰো একে উচ্চাৰণ, একো প্ৰভেদ নাই; এনে স্থলত 'চ'ক এৰি ছ লিখিবৰ একো কাৰণ দেখা নেযায়। কেৱল মছলমান শব্দ এই নিয়মৰ বাধ্য; কাৰণ শিক্ষিত বঙ্গালী মছলমানেও মুছলমান লিখে। এতেকে সেই শব্দকে মূল বুলি আমি মতাৰ দৰে মছলমান লিখা অযুগুত যেন বোধ নহয়।" (হেমচন্দ্ৰ বৰুৱা, "হেমকোষ"ৰ পাতনি, ৵০—।০)।

**হেমচন্দ্ৰৰ বিদেশী শব্দৰ ক্ষেত্ৰত মতানৈক্য:—** ওপৰৰ উদ্ধৃতিৰ (?), (!) আদি চিনবোৰ আমাৰ। হেমচন্দ্ৰ বৰুৱাৰ নিৰ্দ্দিষ্ট অসমীয়া আখৰ জোটনিৰ তিনি নীতি আমি মানি ললেও, উল্লিখিত বিষয়ত হেমচন্দ্ৰৰ যুক্তি অথিৰ আৰু এৰঁটীয়া বুলি ভাবিবলৈ বাধা হওঁহঁক। হেমচন্দ্ৰই লিখিছে, "যদিচ আমি সংস্কৃত পুথি পঢ়োতে সেই ভাষাৰ নিয়মমতে শ, ষ আৰু স, এই কেইটা আখৰক চ উচ্চাৰণ কৰো" ইত্যাদি; কিন্তু স্বৰূপতে "সেই ভাষাৰ নিয়মমতে শ, ষ আৰু স এই কেইটা আখৰৰ চ উচ্চাৰণ" কৰা নিশ্চয় ভুল, যিহেতুকে সংস্কৃতত এই চাৰিওটা আখৰৰ চাৰিটা সুকীয়া উচ্চাৰণ। আকৌ, হেমচন্দ্ৰই লিখিছে, "শব্দৰ মূল ঠিককৈ ৰাখিবৰ প্ৰয়োজন নহলে স, চ, ই (ি) আৰু উ ( ) মাথোন ব্যৱহাৰ কৰা উচিত।" কিন্তু ভাষাত "শব্দৰ মূল ঠিককৈ ৰাখিবৰ প্ৰয়োজন" নেহোৱা কথা কেতিয়াও হব নোৱাৰে; পতিকে "কেনো কোনো অসমীয়া লেখকৰ মতে শ, ষ, স ৰে লিখা হিন্দী বা বঙ্গালী, S থকা ইংৰাজী বা "চিন" আগৰযুক্ত ফাৰ্চী শব্দ অসমীয়াত লিখোতে সেই কেইটা আখৰৰ সলনি ছ লিখা বিহিত"; "এইটো মত যুক্তিসঙ্গত নহয়" বুলি কোৱাত হেমচন্দ্ৰৰ যুক্তিৰ স্থিৰতা দেখিবলৈ পোৱা নহয়, আৰু তেৱেঁই "মুছলমান" শব্দৰ "ছ"

সমৰ্থন কৰা কথাই সেই মত এৰ্চইীয়া বুলি প্ৰমাণ কৰে। "আমাৰ ভাষাত চ, ছ দুইবো একে উচ্চাৰণ" হব পাৰে; কিন্তু বিদেশী ভাষাত ইংৰাজী s, sh, ch আদিৰ সমতুল্য উচ্চাৰণৰ প্ৰভেদ আৰু সেইবোৰৰ "মূল ঠিককৈ ৰাখিবৰ প্ৰয়োজন" যথেষ্ট আছে নিশ্চয়। সেইবাবে এনে বিষয়ত আমি হেমচন্দ্ৰতকৈ চন্দ্ৰকুমাৰ আগৰৱালাৰ মত গ্ৰহণীয় আৰু বাঞ্ছনীয় বুলি ভাবোঁ।

**বিদেশী শব্দৰ জোটনিত চন্দ্ৰকুমাৰ আগৰৱালাৰ সিদ্ধান্ত**:—"ইংৰাজী ch, s (ss, ce), sh এই আখৰ-জোটনি তিনটা যথাক্ৰমে সংস্কৃতৰ চ, স, শ (আখৰৰ উচ্চাৰণেৰে) লিখা হয়।... মূল সংস্কৃত চ আখৰৰ উচ্চাৰণ ch লৰচৰ নকৰাকৈ অসমীয়াতো লিখিব লাগিব; যেনে চৰ্চ, চেয়াৰমেন, চান্সেলৰ। s, (ss, ce) জোটনিৰ ঠাইত স দিলে অসমীয়া উচ্চাৰণ ৰক্ষা নপৰে; অসমীয়া ছ আখৰে সেই বাৰ লৰলৈ আগবাঢ়ি আছে যেতিয়া তাৰ কানতে সেই ভাৰ দি আমি নিশ্চিন্ত হব পাৰো, যেনে—ছাহাব, ছমন, ছবডেপুটি, ভাইছ. প্ৰেছিডেণ্ট। sh কোনো শব্দৰ আগত, মাজত বা পিছত থকা অনুসৰি শ্ব, শ্য বা ঃশ লিখিলে 'মিতিৰো ৰয়, চাউলো সিজে'; কিয়নো যুক্তাক্ষৰ কৰি লিখিলত শ আখৰৰ শ্ৰীও হানি নহল আৰু গুৰিগছলৈও শ্ৰদ্ধা ফুটুটিল।"—বাঁহী, ১৪শ বছৰ, ৬ষ্ঠ সংখ্যা; মিলন, ২য় বছৰ, ৪ৰ্থ সংখ্যা।

---

# দ্বিতীয় অধ্যায়

**অসমীয়া বৰ্ণমালাৰ স্বৰূপ:**—মানুহে কোৱা শব্দৰ উচ্চাৰণক লিখি বুজাবলৈ যিবোৰ চিন চলোৱা হয়, সেইবোৰকে বৰ্ণ বা আখৰ বোলে। সংস্কৃত বৰ্ণমালাত মুঠ আখৰ উনপঞ্চাশটা; ক্ষ এটা মূল আখৰ নহয়, ক আৰু ষ এই দুই আখৰৰ হে যৌগিক ৰূপ। ইয়াৰ অ, আ আদি যি চৈধ্যটা আখৰ আনৰ সহায় নোলোৱাকৈ উচ্চাৰণ কৰিব পাৰি; সেই কেইটাক স্বৰবৰ্ণ আৰু ক্, খ, আদি বাকী যিখিনি আখৰ স্বৰৰ সহায়তহে উচ্চাৰিত হব পাৰে, সেইবোৰক ব্যঞ্জন বৰ্ণ বোলা হয়। ৯, ৠ আদিত বাজে আনবোৰ স্বৰবৰ্ণই আন বৰ্ণত লগ লাগিলে ৰূপ সলায়; অসমীয়াত ঋ, ৯, ৠ বৰ্ণৰ কোনো ব্যৱহাৰেই নাই; আৰু উচ্চাৰণত ঈ, ঊ দীৰ্ঘ স্বৰ মূল্যহীন। মূল ঊ বৰ্ণৰ ব্যৱহাৰ অসমীয়াত নাই; অনুস্বাৰ আৰু বিসৰ্গৰ উচ্চাৰণ আন বৰ্ণৰ যোগতহে হব পাৰে।

"অসমীয়া ভাষাত অসংযোগী আৰু কোনো স্বৰৰ চিনেৰে যুক্ত নোহোৱা এটা ব্যঞ্জন আখৰ অন্তত থকা শব্দবিলাক ব্যঞ্জনান্তৰূপে উচ্চাৰিত হয়, যেনে ঘৰ, পৰ, আগ, পাচ ইত্যাদি। তলত লিখা শব্দবোৰ মাথোন এই নিয়মৰ বাজ; সিহঁত অকাৰান্ত; যেনে—নাৰ, বাট, পাভ, কাছ, ভাদ, গাধ, পাৰ, পল (বোকা বা মাছ ধৰা যতন) আপ, কাঁক, হেৰ, সাঁফ, এঘাৰ, বাৰ, তেৰ, পোন্ধৰ, ষোল, সতৰ, অঠৰ, শ (মৰা; ১০০), ন (নতুন; ৯), কলীয়া-জাৰ, হেল-হৈচ, ক্ষত্ৰিয়, ইন্দ্ৰিয়, কৌহ, শিল্প,

দৈৰ, দৈন্য নয়, প্ৰিয়, দ্বিতীয়, তৃতীয়। (শেষত ব্যঞ্জনান্তৰূপে উচ্চাৰিত শব্দবোৰো পদ্যত প্ৰায়ে অকাৰান্তকৈ মতা যায়…)। ঈয় বা এয় প্ৰত্যয়ান্ত শব্দবোৰো অকাৰান্ত; যেনে, স্বৰ্গীয়, বৰ্ষীয়, দিল্লীয়, দেয়, হেয়, বিধেয়,। শব্দৰ অন্তত থকা কোনো স্বৰৰ চিনেৰে যুক্ত নোহোৱা যি অসংযোগী আখৰৰ আগত অনুস্বাৰ বা বিসৰ্গ থাকে, সিও অকাৰান্তৰূপে উচ্চাৰিত হয়, যেনে, ধ্বংস কংস, সিংহ, মাংস, দুঃখ ইত্যাদি। শব্দৰ অন্তত থকা কোনো স্বৰৰ চিনেৰে যুক্ত নোহোৱা সংযোগী ব্যঞ্জনো অকাৰান্ত; যেনে স্কন্ধ, বন্ধ্র, শব্দ, ৰহস্য, মূৰ্খ ইত্যাদি। তলত লিখা শব্দবোৰ এই নিয়মৰ বাজ, সিইঁত ব্যঞ্জনান্ত; যেনে, কন্ধ, কান্ধ, আন্ধ, গুলঞ্চ, ফান্দ, বান্ধ, পোন্ধ ইত্যাদি। ধাতুৰ অন্তত থকা সংযোগী আৰু স্বৰৰ চিনেৰে যুক্ত নোহোৱা ব্যঞ্জন কেতিয়াও অকাৰান্তৰূপে উচ্চাৰিত নহয়; যেনে, বান্ধ, বান্ধ, কান্দ, চান্দ ইত্যাদি। কোনো স্বৰৰ চিন নথকা এটা মাথোন ব্যঞ্জন আখৰীয়া ধাতু সদায় অকাৰান্তকৈ মতা যায়, যেনে, ল, থ, ৰ, ব, স, হ ইত্যাদি।" (পাতনি, হেমকোষ; ।/০—।৵০)।

অসমীয়া উচ্চাৰণ আৰু জোটনিৰ বিশেষত্ব:--ই, ঈ, উ, ঊ আদি সবৰ্ণ স্বৰৰ দৰে চ, ছ; ট, ত; ঠ, থ; ড, দ; ঢ ধ; ণ, ন দুই বৰ্গৰ আৰু জ, য উচ্চাৰণৰ প্ৰভেদ অসমীয়াত নাই; কেৱল মূল ৰকাৰ বাবে অসমীয়া বৰ্ণমালাত এই আখৰবোৰ ৰখা হয়। অৱশ্যে স্বৰ্গীয় যাদুৰাম ডেকা-বৰুৱাৰ মত অনুসৰি আমেৰিকাৰ বেপটিষ্ট মিচনেৰীসকলে এই দুবীয়া আখৰবোৰৰ একোটা ৰাখি আনটোইত গুচাই দিবৰ যত্ন কৰিছিল, আৰু ৰেভাৰেণ্ড মাইলচ্ ব্ৰন্সনে তেওঁৰ প্ৰথম অসমীয়া ছপা অভিধান

আৰু আনসকলে "অৰুণোদই" আদি কাকতে-পুথিয়ে এই ৰীতি মানি চলিছিল। অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰৰ বিশেষ চেষ্টাৰ ফলতে সেই ৰীতি গুচিল, ই সৌভাগ্যৰ কথা। কিন্তু মূল ৰক্ষাৰ বাবে নহলে এতিয়াও আমি ই, উ এই অনুক্ৰমে বাচি লৈ তাবাটো সৰল কৰিবলৈ চোৱা এটা চেষ্টা সদায় মানিব লাগে। "১৯ৰ পৰা ২৮ লৈকে সংখ্যা শব্দবিলাকৰ অন্তৰ শ (কোমল) 'চ'ৰ দৰে উচ্চাৰিত হয়;……এইবিলাক শব্দ সিহঁতৰ মূল অনুসৰি বহু দিন ওপৰত কোৱাৰ দৰে লিখিত আৰু উচ্চাৰিত হৈ থকা হেতু এতিয়া সিহঁতৰ বৰ্ণবিন্যাস বা উচ্চাৰণ লৰোৱা অসম্ভৱ। সেই বৰ্ণবিন্যাস আৰু উচ্চাৰণ পৰস্পৰ অসঙ্গত ই সচা; কিন্তু এই কালৰ শ্ৰেষ্ঠ ভাষা ইংৰাজীতো এনে অসঙ্গতিৰ সংখ্যা অলেখ। আমাৰ ভাষাত গোটাচেৰেক তেনে বিধৰ শব্দ থকাত একো দোষ দেখা নেযায়।…অসম, অসমীয়া এই দুটা শব্দক অচম, অচমীয়া বুলি অসম, অসমীয়া, এনেকৈ মাতিব আৰু লিখিবও লাগে। কিয়নো আগৰ কালত সিহঁত সেইদৰেহে ব্যৱহৃত হৈছিল।" "অসমীয়া ভাষাত সাধাৰণ মতে হ্ৰস্ব আৰু দীৰ্ঘ স্বৰৰ উচ্চাৰণৰ মাজত একো প্ৰভেদ নাই, দুয়ো হ্ৰস্বকৈ উচ্চাৰিত হয়। কিন্তু কোনো কোনো অসমীয়া শব্দৰ আদি স্বৰক দীৰ্ঘকৈ উচ্চাৰণ কৰা যায়। সেই উচ্চাৰণ বুজাবলৈ দীৰ্ঘ স্বৰ ব্যৱহাৰ কৰা উচিত; যেনে—ঘূ ঘূৱা, কী কিয়া, বী-বিয়া ইত্যাদি।" (পাতনি, হেমকোষ ৷৵•)। অসমীয়াত সংস্কৃতৰ দৰেই যুক্তাক্ষৰৰ প্ৰত্যেকটো আখৰ সদায় স্বকীয়াকৈ সেইদৰেই উচ্চাৰিত হয়, যেনে—আত্মা (আতমা), পদ্ম (পদ্‌ম), বিষ্ণু (বিষনু), লক্ষ্মী (লক্ষমী) কৃষ্ণ (কৃষণ)। কোনো জাতিৰ অন্ধ অনুকৰণ কৰি কোনো কোনো লোকে এনেবোৰ শব্দ যথাক্ৰমে আত্তা, পদ্দ, লক্ষমী, কৃষটআদি

ভুল আৰু বিজতৰীয়া মাতেৰে মতা আৰু আজিকালিৰ কোনো কোনো "মামুলি" অসমীয়া ব্যাকৰণে তাক সমৰ্থন কৰি নিজ অজ্ঞতা প্ৰমাণ কৰা দেখিবলৈ পোৱা হয়; ই নিশ্চয় অতি দুৰ্ভাগ্য আৰু নিন্দাৰ কথা।

**অসমীয়া উচ্চাৰণৰ হ্ৰস্বীকৰণ ৰীতি:**—খৃষ্টীয় সপ্তম শতিকাৰ আগছোৱাৰ সম্ৰাট ভাস্কৰ বৰ্মাৰ নিধনপুৰ লিপিৰ কালৰ পৰাই অসমীয়া উচ্চাৰণ আৰু জোটনিত হ্ৰস্বীকৰণ ৰীতি চলি অহা দেখিবলৈ পোৱা হয়। বৰ্ত্তমান সাধাৰণতে কোনো শব্দৰ আদিৰ দুটা আখৰ আ-কাৰযুক্ত হলে, প্ৰথমটো এ-কাৰ (যেনে, সং অৰ্দ্ধ, অং আধা, এধা; সং অন্ধকাৰ, অং আন্ধাৰ, এন্ধাৰ ইত্যাদি), নাইবা অ-কাৰ (যেনে, সং ৰাজা, অং ৰজা; সং তাৰা অং তৰা; সং মালা, অং মলা ইত্যাদি) স্বৰূপে উচ্চাৰিত আৰু লিখিত হয়। এই ৰীতিৰেই নঞাৰ্থক ক্ৰিয়াতো নাথাওঁ, নেথাওঁ; নাযায়, নেযায় আদি ৰূপে উচ্চাৰিত আৰু লিখিত হয়। অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰৰ দৰে সবলো ভাষাৰ বৈয়াকৰণসকলে চলিত প্ৰথা একেবাৰে কেতিয়াও উলাই নকৰে, তথাপি এনে বিষয়ত ব্যাকৰণৰ বান্ধ অতিকৈ ঢিলাই দিয়া অযুগুত। গতিকে গাধা গেধা; ৰাধা, ৰেধা; কাছাৰি, কেছাৰি; নাৰায়ণ, নেৰায়ণ;—এনে শিথিলতা বা গ্ৰাম্যতা নিশ্চয় চলিত ৰীতিৰ দোহাই দি মানিব নোৱাৰি।

**অসমীয়া ণত্ববিধি:**—"ঋ, ৰ, ষ; এই তিনটা আখৰৰ পিচত থকা "ন"ৰ ঠাইত "ণ" হয়; যেনে ঋণ, তৃণ ইত্যাদি। সেইকেইটা আখৰৰ কোনোটোৰ আৰু "ন"ৰ মাজত কোনো স্বৰ বা হ, য, ৱ, ক, খ, গ, ঘ, প, ফ, ব, ভ বা ম থাকিলেও সেই ন ণ হয়;

যেনে, কৰণ, কাৰণ, গ্ৰহণ, নাৰায়ণ, প্ৰবীণ, কৃপণ ইত্যাদি। সংস্কৃতৰ পৰা নোলোৱা কোনো অসমীয়া শব্দৰ ঋ, ৰ বা ষ আৰু "ন"ৰ মাজত ওপৰত লিখা আখৰবিলাকৰ কোনো এটা থাকিলে সেই ন পৰিবৰ্ত্তিত নহয়; যেনে বৰিয়নি (মাটি), বৰিয়ানী, মৰিয়ানী, বোৱন, বোৱনী ইত্যাদি। কিন্তু সংস্কৃতৰ অপভ্ৰংশ কোনো শব্দত পাচত কোৱা নিয়ম নেখাটে, অৰ্থাৎ তেনে শব্দত তাৰ মূলৰ ন ফুগুচে; যেনে, সং গৰ্হণ, অং গৰিহণা; সং অৰ্হণ, অং অৰিহণা ইত্যাদি।" (পাতনি; হেমকোষ—।/০)

অসমীয়াৰ দৰেই বিদেশী শব্দাৱলীতো ণত্বৰ নিয়ম নাখাটে; দুৰ্নাম, ত্ৰিনয়ন আদিৰ দৰে দুটা স্বকীয়া শব্দ গোট খাই একেটা হলেও ণত্ব নহয়। ট বৰ্গৰ যেই সেই আখৰৰ লগত যুক্ত হলে বা উত্তৰ, চান্দ্ৰ, পৰ আদি শব্দৰ পাছত থাকিলেও ণত্ব হয়; যেনে, কণ্টক, পিণ্ড, উত্তৰায়ণ, পৰায়ণ ইত্যাদি। পূৰ্বাহ্ণ, পৰাহ্ণ, অপৰাহ্ণ আদিৰ দৰে পূৰ্ব, পৰ, অপৰ আদি শব্দ আগত থাকিলে পাছৰ অহ্ন শব্দৰ ন মূৰ্দ্ধণ্য হয়। প্ৰণাম, প্ৰণয় আদিৰ দৰে দুৰ উপসৰ্গৰ বাহিৰে আন উপসৰ্গৰ "ৰ"ৰ পাছত থকা নম্ আৰু নী ধাতুৰ ন মূৰ্দ্ধন্য হয় স্বাভাৱিকতে মূৰ্দ্ধন্য ণ হোৱা কিছুমান শব্দ মনত ৰখাৰ সুবিধাৰ বাবে ৺সত্যনাথ বৰাই ছন্দত এইদৰে বান্ধি দিছে :—

"বাণিজ্য, বণিক, ঘৃণ, ঋণ, পণ, পাণি।
শোণিত, চিক্কণ, গুণ, গণ, শণ, বাণী॥
কণিকা, কঙ্কণ, অণু, বেণী, বেণু, বাণ।
গৌণ, তৃণ, ফণা, বীণা, নিপুণ, কল্যাণ॥
লৱণ, মাণিক্য, কোণ, মণি আৰু পুণ্য।
এই শব্দবিলাকৰ ণবোৰ মূৰ্দ্ধন্য॥"

**অসমীয়া ষত্ব বিধি:**—"ক, খ, ত, থ, প, ফ আৰু ম, ইহঁতৰ কোনো আখৰে সৈতে কেৱল "স"ৰ যোগ হয়; যেনে, বয়স্ক, স্খলিত, অস্ত, স্থান, স্ফটিক, ভস্ম ইত্যাদি। কিন্তু ই, ঈ, উ বা ঊ স্বৰৰ পাচত থকা ক, খ, প, ফ বা ম আখৰেৰে সৈতে ষ মাথোন যোগ কৰা যায়; যেনে, নিষ্কৰ, দুষ্কৰ, নিষ্পাপ, ভীষ্ম, পুষ্প ইত্যাদি। বাষ্প শব্দৰ প "স"ৰে সৈতেও যুক্ত হয়; যেনে বাষ্প বা বাস্প। "ট" আৰু "ঠ"ৰে সৈতে কেৱল 'ষ'ৰ যোগ হয়; যেনে—কষ্ট, ষষ্ঠ ইত্যাদি।" (পাতনি, হেমকোষ—।/০), অ-আৰ বাহিৰে আন স্বৰবৰ্ণ আৰু ক বা ৰ আগত থাকিলে সন আদি প্ৰত্যয়ৰ 'স' 'ষ' হয়; যেনে, জিগীষা, মুমূৰ্ষু, শ্ৰীচৰণেষু। কিন্তু সাৎ প্ৰত্যয়ৰ 'স' 'ষ' নহয়; যেনে, আত্মসাৎ, ভূমিসাৎ। ই বা উ-কাৰান্ত উপসৰ্গৰ পাছত সদ, সিচ, সিধ, লস, স্থা আদি ধাতুৰ 'স' 'ষ' হয়; যেনে, বিষাদ, অভিষেক, নিষেধ, অভিলাষ, প্ৰতিষ্ঠান বা অনুষ্ঠান। ভূমি, গো, অঙ্গু শব্দৰ পাছত থকা স্থ শব্দৰ, আৰু যুধি শব্দৰ পাছত থকা স্থিৰ শব্দৰ 'স' 'ষ' হয়; যেনে ভূমিষ্ঠ, গোষ্ঠ, অঙ্গুষ্ঠ যুধিষ্ঠিৰ। প্ৰত্যয়যুক্ত হলে হবিস্ আৰু চক্ষুস শব্দৰ 'স' 'ষ' হয়, যেনে, হবিষ্য, চাক্ষুষ। স্বভাৱতে 'ষ' হোৱা শব্দ কিছুমান মনত ৰাখিবৰ সুবিধাৰ বাবে ৺সত্যনাথ বৰাই ছন্দত এইদৰে বান্ধি দিছে:—

"ভাষা, বৰ্ষা, হৰ্ষ, ৰোষ, মহিষ, প্ৰত্যূষ।
কৰ্ষণ, প্ৰদোষ, ঈৰ্ষা, তুষাৰ, গণ্ডুষ॥
ষোড়শ, পুৰুষ, মেষ, ওষধি, ভূষণ।
আষাঢ়, মূষিক, পুষ্প, কোষ, ষড়ানন॥
ঈষৎ, বিষ, গ্ৰীষ্ম, উষ্ম, ঔষধ পোষণ।
বিশেষ, বিশেষ্য, ভীষ্ম, পৌষ, বিশেষণ॥
পাষাণ, ভীষণ আৰু ঘৰ্ষণ, নিঃশেষ।
সকলোৰে মূৰ্দ্ধন্য ষ জানিবা বিশেষ॥"

---

# তৃতীয় অধ্যায়

**অসমীয়া শব্দৰ সন্ধি-হীনতা।**—সাধাৰণ ভাৱে অসমীয়া শব্দৰ সন্ধি নাই। কচু+আলু+এদা=কচ্‌ালেদা, এনেদৰে অসমীয়া শব্দৰ জোৰা নালাগে। "তাৰোপৰি" এনে অদ্ভুত একোটা শব্দ নভবা-নিচিন্তাকৈ বহুতে লিখে; ইয়াত তাৰ+উপৰি সন্ধি কৰিলেও "তাৰুপৰি"হে হব, কিয়নো "তাৰ" উচ্চাৰণত ব্যঞ্জনান্ত। এনে ঠাইত "তাৰ উপৰি" লিখা উচিত, বা সন্ধিৰ ইচ্ছা প্ৰবল হলে সংস্কৃতমূলকভাৱে "তদুপৰি" লিখিব পাৰি। অৱশ্যে শব্দত বিভক্তিৰ চিন যোগ কৰোতে (যেনে, মানুহে, ৰামক, হাতেৰে, ঘৰলৈ পৰৰ, গছত), বা "ও" লগাওঁতে (যেনে তয়ো মযো), বা 'এক' জোৰা দিওঁতে (যেনে, দিনেক, মাহদিয়েক, বছৰচাৰেক) প্ৰকাৰান্তৰে অসমীয়া শব্দতো সন্ধি হোৱা বুলি কব পাৰি; কিন্তু ই ব্যতিক্ৰম মাত্ৰ। চালেহি, আহিলগৈ, আদিত নিয়মিত নহলেও সন্ধিৰ ছাঁ আছে। মুঠতে ঘৰুৱা বা জতুৱা ঠাচৰ অসমীয়া লিখিলে সন্ধি নকৰাকৈ লিখিব পাৰি; কিন্তু সন্ধিযুক্ত বহুত সংস্কৃত শব্দ অসমীয়াত গুটীয়া শব্দ যেন হৈ পৰিছে, সেইবোৰৰ সন্ধি ভাঙি লিখিব নোৱাৰি। যেনে, তথাপি, কথমপি; পঞ্চামৃত, জলাঞ্জলি মনোৰম, পৰমেশ্বৰ, জগন্নাথ। সংস্কৃতমূলক শব্দবোৰ নিশ্চয় সংস্কৃত ব্যাকৰণৰ সন্ধিৰ সূত্ৰমতে জোৰা লাগে; তাত যাতে ভুল নহয় তাৰ বাবে সাৱধান হোৱা উচিত।

**অসমীয়া কাৰক বিভক্তি:—** সংস্কৃতৰ নিয়ম অনুসৰি অসমীয়াতো সাতোটা বিভক্তি ধৰা হয়। প্ৰথমা বিভক্তিত কোনো ব্যাকৰণত অকল এ কোনোৱে আকৌ অ, ই, এ দেখুৱায়। স্বৰূপতে, প্ৰথমা বিভক্তিত অ কেতিয়াও নহয়; বিশেষ হেতুত প্ৰথমা বিভক্তিৰ লোপকে তেওঁলোকে ভুলকৈ অ বুলি ধৰে। প্ৰকৃততে প্ৰথমা বিভক্তিত এ, ই, য়ে আৰু ৱে এই চাৰি ৰূপ আমি দেখিবলৈ পাওঁহক। (১) ব্যঞ্জনান্ত শব্দৰ লগত এ যুক্ত হয়; যেনে চন্দনে। (২) অ, আ আৰু এ স্বৰান্ত শব্দত ই লগ লাগে; যেনে কৃষ্ণই (পদ্যত কৃষ্ণে), লতাই, ডাঙ্গেই। (৩) ই, ঈ, ঋ আৰু ঐ স্বৰান্ত শব্দত য়ে যুক্ত হয়; যেনে হৰিয়ে, মালীয়ে, পিতৃয়ে, আমৈয়ে। (৪) উ, ঊ, ও আৰু ঔ স্বৰান্ত শব্দত ৱে লগ লাগে; যেনে. যদুৱে, বধুৱে, পদোৱে, মলৌৱে। অকৰ্মক ক্ৰিয়াৰ কৰ্ত্তাত প্ৰথমা বিভক্তিৰ চিন লোপ পায়; যেনে, মলয়া বৈছে; নিজৰা শুইছে। কিন্তু হাঁহ, কন্দা আদি অকৰ্মক ক্ৰিয়াৰ কৰ্ত্তাত প্ৰথমা বিভক্তিৰ চিন লোপ নাপায়; যেনে বন্দনে কান্দিছে, নন্দনে হাঁহিছে। দ্বিতীয়া বিভক্তিত ক (ব্যঞ্জনান্ত হলে অক) হয়; কিন্তু গৌণ ভাবত লুপ্ত হয়; যেনে, পুথি পঢ়িছে, মানুহ মাতিছে। তৃতীয়া বিভক্তিত এৰে, এদি, দ্বাৰা, দ্বাৰায় আদি ৰূপ দেখুওৱা হয়। দ্বাৰা এটা বিভক্তি হব নোৱাৰে, ই এটা স্বকীয়া শব্দ; দ্বাৰা শব্দত নিশ্চয়াৰ্থক হি (অসমীয়াত ই) লগ লগাই 'দ্বাৰাই' (দ্বাৰায় নহয়, য় সপ্তমী বিভক্তিৰ) হৈছে; সিও ষষ্ঠী বিভক্তিৰ লগ লাগি তৃতীয়াৰ ভাও দিব লগা হোৱা অতি আশ্চৰ্য্যৰ বিষয়!! তৃতীয়া বিভক্তি প্ৰকৃততে ৰে (ব্যঞ্জনান্ত হলে এৰে), বা এদি; যেনে, হাতেৰে বা হাতেদি, চকুৰে বা চকুৱেদি। এই দুই শব্দৰ প্ৰথমটো কৰণৰ আৰু দ্বিতীয়টো অধিকৰণৰ ভাৱত ব্যৱহৃত হয়; যেনে, চকুৰে

চালে চকুৰেদি পানী বলে। এই প্ৰভেদ বিশেষ মন কৰিব লগীয়া। চতুৰ্থী বিভক্তিত লৈ (ব্যঞ্জনান্তত অলৈ); ই পুৰণি অসমীয়াৰ 'লাগি' (কামৰূপৰ কোনো অঞ্চলত লগি) শব্দৰ বিৱৰ্ত্তনমূলক ৰূপ হব পাৰে। ইয়াত সম্প্ৰদান বা অসম্প্ৰদানৰ ভাব আনিবলৈ সংস্কৃতৰ দৰে দ্বিতীয় বিভক্তি আনি খেলি-মেলি লগোৱা অনাৱশ্যক। বিশেষ লক্ষ্য কৰিব লগা কথা, অসমীয়াত পঞ্চমী বিভক্তি নাই; ষষ্ঠীৰ লগত "পৰা" শব্দ লগাই তাৰ কাম কৰা হয়। ষষ্ঠী আৰু সপ্তমীত যথাক্ৰমে ৰ আৰু ত (ব্যঞ্জনান্তত অৰ আৰু অত) হয়। ঘৰে ঘৰে (তুঃ সং নৰে), কথায় কথায় (তুঃ সং কথায়াম্) আদিতো সপ্তমী বিভক্তিৰ ৰূপ আছে।

**অসমীয়া লিঙ্গ প্ৰকৰণ:**—অসমীয়াত স্ত্ৰী প্ৰত্যয় তিনটা, ঈ, অনী বা ইনী আৰু ৱতী; যেনে, নিলাজী, কুমাৰণী, বোৱতী। সংস্কৃতমূলক শব্দৰ স্ত্ৰীলিঙ্গ নিশ্চয় সংস্কৃতৰ মতেই হয়; কিছুমান অসমীয়া শব্দৰ বিভিন্ন লিঙ্গত বিভিন্ন শব্দ হয়, যেনে পো-জী (বোৱাৰী নহয়); শহু—ভেদেঙী; ভাই—ভনী, ককাই—বাই ইত্যাদি। কিছুমান শব্দত মটা (মৰদ্) আৰু মাইকী শব্দ আগত দি পুংলিঙ্গ আৰু স্ত্ৰীলিঙ্গ কৰা হয়; যেনে মটা মহ, মাইকী মহ। কিন্তু মানুহৰ বিষয়ত মটা মাইকী শব্দ দুটাৰ ব্যৱহাৰ সুৰুচিসম্পন্ন নহয়। "পোহাৰী" উভয় লিঙ্গ; সেইদৰে "লৰা" (লৰকা, লৰকী) আৰু "ছোৱালী" ("নাপাইলে ধৰি মাৰন্ত চৱালী"—শঙ্কৰদেৱ) শব্দ দুটাও মূলত উভয় লিঙ্গ আছিল বুলি বুজিব পাৰি। "লৰাটো" লৰাজনী; মটা লৰা, মাইকী ছোৱালী (কামৰূপত ছলি, গোৱাল-পাৰাত ছাৱা) আদিৰ ব্যৱহাৰ সেই কথাৰে প্ৰমাণ। মুঠতে অসমীয়াত লিঙ্গৰ নিয়ম তেনে কটকটীয়া নহয়; বৰ্ত্তমান ইংৰাজী

আদিৰ প্ৰভাৱত সি আৰু ঢিলা হৈছে। উপাধিত তিৰুতাৰ বৰুৱানী, ফুকননী লিখা বিৰল হৈ পৰিছে; তাৰ এটা কাৰণ এই উপাধিবোৰ এতিয়া অৰ্থহীন, তদুপৰি শিক্ষয়িত্ৰী কাম কৰা তিৰুতাক হে আজিকালিৰ মাজত "মাষ্টৰণী" বুলিব পাৰি, সেই কাম নিজে নকৰা 'মাষ্টৰ'ৰ তিৰুতাক সেই নামেৰে মতা অশুদ্ধ ভুল। সেইদৰে 'ককাই' 'ভাই'ৰ বিপৰীত লিঙ্গ 'বৌ' আৰু 'বোৱাৰী' নহয়; 'বাই' আৰু 'ভনী' হে। স্বৰূপতে "বগলী," "কাউৰী," "শিয়াল" আদি শব্দ উভয় লিঙ্গ; "বগ," "কোৱা" আৰু "শিয়ালী" সিহঁতৰ পুং বা স্ত্ৰী লিঙ্গ নহয়, কিয়নো, 'কা', 'কাৱা' আদি স্বকীয়া শব্দ আৰু 'পখিলী'ৰ দৰে 'শিয়ালী' এটা স্নেহসূচক শব্দ। দেওৰ-জা, তাৱৈ-আমৈ, বুঢ়াদ-গাই, দমৰা-চেউৰী, শহ-ভেলেঙী আদি স্বাভাৱিক পুং আৰু স্ত্ৰীলিঙ্গ।

**অনুকাৰ আৰু অনুৰূপ শব্দাৱলী:**—গাড়ীৰ ঘৰ-ঘৰ, ছুৱাবৰ কেৰ কেৰ, সাপৰ ফোচ ফোচ, কেঁচাৰ নিউ-নিউ, মেকুৰিৰ মিউ-মিউ, কুকুৰৰ ভুক্-ভুক্, জান-জুৰিৰ কুল্-কুল্, কাউৰীৰ কা-কা, কুলিৰ কুউ-কুউ, মলয়াৰ ৰিব-ৰিব আদি অনুকৰণক অনুকাৰ শব্দ বোলে। সেইদৰে এটা শব্দৰ গঢ় বা ৰূপৰ অনুকৰণক অনুৰূপ শব্দ বোলে; যেনে অকাই-পকাই, ইনাই-বিনাই আদি অনুকাৰ অনুৰূপ; বা-বাতৰি, ডা-ডাঙৰীয়া, জা-জলপান, পো-পোৱালি আদি একশেষ অনুৰূপ; তেল-কুৰ, ধন-ধান, ধুন-পেচ আদি অনিয়মিত অনুৰূপ; আৰু গালি-শপনি, ভূত-পিশাচ, মণি-মুকুতা আদি যুৰীয়া অনুৰূপ শব্দ।

**উপসৰ্গৰ অৰ্থ আৰু ব্যৱহাৰ।** উপসৰ্গ ২বিটা; ইহঁতৰ যোগত ধাতুৰ মৌলিক অৰ্থ পৰিবৰ্ত্তিত হয়; সেইবোৰৰ কেইটিমান উদাহৰণ দিয়া হল:—

প্র ( অতি, উত্তম )—প্রগতি, প্রধান, প্রমাণ, প্রক্রিয়া।
পৰা ( ভঙ্গ, হীন )—পৰাজয়, পৰাভৱ, পৰাক্রম, পৰামৰ্শ।
অপ ( নিকৃষ্ট আদি )—অপকাৰ, অপমান, অপবাদ, অপব্যয়।
সম্ ( লগ, উত্তম )—সংস্কাৰ, সংযোগ, সম্মান, সম্মেলন।
নি ( নিশ্চয় আদি )—নিদাৰুণ, নিৰুৰুণ, নিদান, নিখিল।
অৱ ( হীন আদি )—অৱদান, অৱনতি, অৱমাননা, অৱধান।
অনু ( পিছ আদি )—অনুমান, অনুপাত, অনুচৰ, অনুশীলন।
নিৰ ( নাই, হীন )—নিৰ্গুণ, নিৰ্ণয়, নিৰ্মাণ, নিৰ্বাণ।
দুৰ ( বেয়া, টান )—দুৰ্জয়া, দুৰ্লভ, দুৰ্মতি, দুৰ্ভিক্ষ।
বি ( বিশেষ আদি )—বিনয়, বিকাশ, বিনাশ বিপদ।
অধি ( ঘাই আদি )—অধিকাৰ, অধিবাস, অধ্যয়ন।
সু ( ভাল, উজু )—সুনীতি, সুযোগ, সুগম, সুলভ।
উৎ ( ওপৰ আদি )—উদ্গতি, উন্নতি, উদ্ভৱ, উৎকৰ্ষ।
পৰি ( অতিশয় আদি )—পৰিমাণ, পৰিণাম, পৰিতাপ, পৰিণয়।
প্রতি ( বিৰুদ্ধ আদি )—প্রতিদান, প্রতিপাল, প্রতিকাৰ, প্রতিক্রিয়া।
অপি ( ওপৰ আদি )—অপিধান।
অভি ( ঘাই আদি )—অভিমান, অভিলাস, অভিৰুচি, অভিশাপ।
অতি ( অধিক আদি )—অতিমানৱ, অতিক্রম, অতিৰিক্ত।
উপ ( ওপৰ আদি )—উপকাৰ, উপদেশ, উপকূল, উপপতি।
আ ( পৰ্য্যন্ত আদি )—আজন্ম, আজীৱন, আভৰণ, আমৰণ।

———

# চতুৰ্থ অধ্যায়

**অসমীয়া সমাস প্ৰকৰণ** :--সন্ধিৰ দৰে সমাসো কথা চুটি কৰিবৰ নিয়ম, আৰু অসমীয়াত এই বাক্য সঙ্কোচনৰ নীতি সাধাৰণভাৱে নাই বাবেই সন্ধিৰ দৰে সমাসো অসমীয়াত বিৰল; কিছুমান সংস্কৃত আৰু কিছুমান অসমীয়া সমাস মাত্ৰ আমাৰ প্ৰচলিত আছে। ঢাৰি-পাটি, বাই-ভনী, পাত-পচলা আদি ইতৰেতৰ দ্বন্দ; মাহ-চাউল, আম-কঠাল আদি সমাহাৰ দ্বন্দ; আৰু ভাইহঁতে, ভনীহঁতে আদি একশেষ দ্বন্দ; হাতীঘৰ, কটাবিনলীয়া, ৰদঘাই, ওপৰচকুৱা আদি সাধাৰণ বহুব্ৰীহি, আৰু চুলিয়াচুলি, কোৱাকুই আদি ব্যতিহাৰ বহুব্ৰীহি; মাগুৰজালি, কাৰৈটিলিকা, গড়ৈচিৰিকা, শলঠাৰি, চোৰচাং, বাটচৰা আদি সাধাৰণ কৰ্ম্মধাৰয়; চন্দ্ৰমুখ আদি উপমতি আৰু মুখচন্দ্ৰ আদি ৰূপক কৰ্ম্মধাৰয়; গুৰুসেৱা, দৰাবৰণ আদি দ্বিতীয়া তৎপুৰুষ; হাতখোৱা, কাণেশুনা আদি তৃতীয়া তৎপুৰুষ; প্ৰভুদত্ত, দেৱদত্ত আদি চতুৰ্থী তৎপুৰুষ; গছসৰা, লক্ষ্যভ্ৰষ্ট আদি পঞ্চমী তৎপুৰুষ; গুৱালগালি, কলপাত আদি ষষ্ঠী তৎপুৰুষ; দিনকণা, তল-সৰা আদি সপ্তমী তৎপুৰুষ: সাতবিহু, বাৰমিহলি, আদি দ্বিগু: অবতৰ, অহিত আদি নঞ; উপবন, দুৰ্ভিক্ষ, অবতৰ, অহিত আদি অব্যয়ীভাব: আৰু খেচৰ, জলচৰ আদি নিত্য সমাসৰ উদাহৰণ।

**অসমীয়া তদ্ধিত প্ৰত্যয়** :—অসমীয়া শব্দত অসমীয়া প্ৰত্যয়যুক্ত হৈ গঠিত হোৱা শব্দই অসমীয়া তদ্ধিত; যদিও অৱশ্যে অনেক সংস্কৃত তদ্ধিত অসমীয়াত ব্যৱহৃত হয়। অসমীয়া

প্ৰত্যয় যেনে :—খেতিয়ক, বুদ্ধিয়ক আদিত আছে অৰ্থত অক্; বননি, আমনি, ধাননি আদিত জুৰি থকা অৰ্থত অনি; ভালৰি আদিত ভাবাৰ্থত অৰি; বাপতী, নামতী আদিত অধিকাৰী অৰ্থত অতী; আগতীয়া, শেহতীয়া আদিত উৎপত্তি অৰ্থত অতীয়া; বনৰীয়া, নাৱৰীয়া আদিত থকা অৰ্থত অৰীয়া; গাঁৱলীয়া, মিছলীয়া আদিত উৎপত্তি আৰু তৎপৰ অৰ্থত অলীয়া; আঠুৱনীয়া আদিত ব্যাপ্তি অৰ্থত অনীয়া; জপৰা, ভোবোৰা আদিত আছে অৰ্থত আ; বৰাই, মুনিৰাই আদিত ভাৱাৰ্থত আই; দুষ্টালি, বান্দৰালি (বং দুষ্টামি, বান্দৰামি) আদিত ভাৱাৰ্থত আৰু ওজালি, বেজালি আদিত ব্যৱসায় বুজাবলৈ আলি (বং আমি); খঙাল নোমাল আদিত আছে অৰ্থত আল; সোণালী, জোনালী আদিত আছে অৰ্থত আলী; সুখী, দুখী আদিত আছে অৰ্থত ঈ (সং ইন্); লুণীয়া, পনীয়া আদিত আছে অৰ্থত ঈয়া; মৰমিয়াল, সাহিয়াল আদিত আছে অৰ্থত ইয়াল; মগনিয়াৰ আদিত সদায় কৰা অৰ্থত ইয়াৰ; কন্দুৰা, হন্দুৰা আদিত ভাৱাৰ্থত উৰা; হজুৱা, কাজুৱা আদিত পাৰ্গত (বা আছে) অৰ্থত উৱা; ভিতৰুৱাল আদিত ভাৱাৰ্থত উৱাল; পঢ়ুৱৈ, গছুৱৈ আদিত পাৰ্গত অৰ্থত উৱৈ; হালোৱা, জালোৱা আদিত ব্যৱসায় বুজাবলৈ ওৱা; কটোৱাল আদিত ব্যৱসায়, বুজাবলৈ ওৱাল; ঘাটৈ আদিত ব্যৱসায় বুজাবলৈ ঐ। চলিত, সংস্কৃত তদ্ধিত প্ৰত্যয় যেনে :—কৃপালু, দয়ালু আদিত আছে অৰ্থত আলু; মহিমা, গৰিমা আদিত ভাৱাৰ্থত ইমন্; গৰিষ্ঠ, লঘিষ্ঠ আদিত উৎকৰ্ষ বুজাবলৈ ইষ্ঠ; জটিল, কুটিল আদিত আছে অৰ্থত ইল; দুঃখিত, পুলকিত আদিত আছে অৰ্থত ইত; প্ৰিয়তৰ, প্ৰিয়তম আদিত তুলনা বুজাবলৈ তৰ আৰু তম্; বন্ধুত্ব, বন্ধুতা আদিত

ভাৱাৰ্থত ত্ব আৰু তা; আছে অৰ্থত বলবান, শ্ৰীমান আদিত বতু আৰু মতু; মুখৰ আদিত ৰ, শীতল আদিত ল, লোমশ আদিত শ, প্ৰেমময় আদিত পৰিপূৰ্ণ অৰ্থত ময়ট; অপত্যাদি অৰ্থত মানৱ, দানৱ আদিত ষ্ণ; জানকী আদিত ষ্ণি; জামদগ্ন্য, আদিত ষ্ণ্য; কৌন্তেয় আদিত ষ্ণেয়, আৰু নাৰায়ণ আদিত ষ্ণায়ন; (ভাৱাৰ্থত ষ্ণ, যেনে:— বন্ধু-বান্ধৱ, শিশু-শৈশৱ, বিষ্ণু-বৈষ্ণৱ, বিধি-বৈধ; ষ্ণ্য, যেনে:—ধীৰ-ধৈৰ্য্য, বন-বন্য); শাৰীৰিক, মানসিক আদিত সম্পৰ্ক অৰ্থত ষ্ণিক।

**অসমীয়া কৃৎ প্ৰত্যয়**:—খাৱন, শোৱন আদিত ভাৱ বাচ্যত অন্; বাজনা, বিন্ধনা, খুন্দনা আদিত অনা; জিৰণি, বুজনি আদিত অনি; জাননী, বুলনী আদিত অনী; খজুৱতি আদিত অতি; বোৱতী (মাটি) আদিত অতী; দেৱৰী (দি ধাতু) আদিত নিয়োজন অৰ্থত অৰী; খাৱৰীয়া (খাবৈয়া) আদিত অতিশয় অৰ্থত অৰীয়া; খোৱা, লোৱা আদিত আ; যুজাৰু, লিখাৰু আদিত পাৰ্গত অৰ্থত আৰু; শেহতীয়া, আগতীয়া আদিত অতীয়া; সাঁচনীয়া, জীৱনীয়া আদিত অনীয়া; মৰি-কলং, উঠি-বজা আদিত ই; কহুৰা, কন্দুৰা আদিত উৰা; পুং আৰু স্ত্ৰী লিঙ্গত যথাক্ৰমে ওঁতা আৰু অতী আদি অসমীয়া প্ৰত্যয়। অসমীয়াত ব্যৱহৃত সংস্কৃত যেনে:—উচিত অৰ্থত কৰ্ত্তব্য, গন্তব্য আদিত তব্য; স্মৰণীয়, দৰ্শনীয় আদিত অনীয়; দেয়, পেয় আদিত যৎ; কাৰ্য্য. ধাৰ্য্য আদিত ণ্যৎ; শিষ্য আদিত ক্যপ: আছে অৰ্থত চলৎ, জ্বলৎ আদিত শতৃ; বৰ্ত্তমান, বিদ্যমান আদিত শান্; শান্ত, ক্লান্ত আদিত ক্ত; গতি, মতি আদিত ক্তি; বক্তা, ভোক্তা আদিত তৃন; পাঠক, নায়ক আদিত ণ্বুক্; দ্ৰোহী, স্থায়ী আদিত ণিন্; ভাবুক, কামুক আদিত ঞুক্; ভিক্ষু, পিপাসু আদিত উ; ভীৰু, শত্ৰু আদিত ক্ৰু; ৰোগ, শোক আদিত ঘঞ; জয়, ভয় আদিত অল্; যত্ন, স্বপ্ন আদিত ন।

**অসমীয়া উপশব্দ :**—এজন ডেকা, এজনী গাভৰু, এজনা গোসাঁই বা গোসানী; কিন্তু ডেকাজন, গাভৰুজনী, গোসাঁইজনা বা গোসানীজনা: সেইদৰে লৰাটো, কিন্তু আদৰত লৰাটি, ছোৱালীটো; কুৰিটা, কুৰিটি; খোৱাটো, খোৱাটি; লৰাকণ, ছোৱালীকণ বা লৰাকণি, ছোৱালীকণী; চেনিফেৰা-চেনিফেৰি, লৰাফেৰা-লৰাফেৰি, ছোৱালীফেৰা-ছোৱালীফেৰী; শলিডাল-শলিডালি, চেলেংখন-চেলেংখনি বটিয়াগছ-বটিয়াগছি, বঠাপাট-বঠাপাটি; চিৰিচটা-চিৰিচটি ; অনাদৰত মানুহডাল, লৰাপাট; পাতখিলা-পাতখিলি, মানুহগৰাকী, ঘৈণীগৰাকী। সেইদৰেই বহুবচন বুজাবলৈ, যেনে গৰুবোৰ, ছাত্ৰবিলাক, শিক্ষকসকল, পানীখিনি, লৰাইত, পৰথীয়ামথা। এনে জন, কণ, ফেৰা আদি আৰু বোৰ, বিলাক, সকল আদি খণ্ড শব্দবোৰক উপশব্দ বুলিব পাৰি।

**অসমীয়া বাক্যবিন্যাস :**—"অবলে তাতৈ যাব পাৰি"; "দ্বিতীয়াতে জোন দেখি" আদিত 'পাৰি' 'দেখি' কৰ্ত্তাহীন ক্ৰিয়া। তেওঁ খাই-বৈ শুলে; 'খাই-বৈ' আদি বাক্য শেষ নুবুজোৱাবোৰ 'সিদ্ধা ক্ৰিয়া' আৰু 'শুলে' আদি বাক্য শেষ বুজোৱাবোৰ 'সাধ্য ক্ৰিয়া'। 'বেলি মাৰ গলে আমি ওলাম', ইয়াত 'মাৰ গলে' সিদ্ধা ক্ৰিয়াৰ কৰ্ত্তা "বেলি" "কেৱলীয়া" কৰ্ত্তা। 'তই যাৱ', 'তুমি যোৱা' এইদৰে অনাদৰ বা আদৰ অনুসৰি দ্বিতীয় পুৰুষত বিভিন্ন বচনত "অনুজ্ঞা"ৰ ( আদেশ বা অনুৰোধ বুজোৱা ক্ৰিয়াৰ ) দুই ৰূপ। খা-খুৱা, গা-গোৱা, শো-শুৱা; এইদৰে আনক পাঁচি কৰোৱা বুজাবলৈ মূল ধাতুত বিভিন্ন প্ৰত্যয় যুক্ত হৈ যি নতুন ক্ৰিয়া হয়, সি নিজন্ত বা "পাঁচনী ক্ৰিয়া।" কিল-কিলা, ভাবি-ভবিয়া, কান্দ-কন্দুৱা, এইদৰে নাম বা শব্দত আ, ইয়া, উৱা আদি প্ৰত্যয় যোগ কৰিলে যি ধাতু হয়, সি "নাম-ধাতু।"

———

# পঞ্চম অধ্যায়

**অসমীয়া নঞাৰ্থক ক্ৰিয়া :**—মূল ক্ৰিয়াৰ আদি আখৰত যি স্বৰ যুক্ত হয়, নঞৰ্থ বুজাবলৈ তাৰ আগত 'ন'ত সেই স্বৰকে যুক্ত কৰি নঞাৰ্থক ক্ৰিয়া গঠিত হয়; যেনে, কওঁ-নকওঁ, যায়-নাযায়, দিব-নিদিব, ফুৰা-নুফুৰা, দেখে-নেদেখে, সোধা-নোসোধা। কিন্তু হৈ—নহৈ নহয়; কিয়নো হৈ—হই; গতিকে নহই বা নহৈ। পিছে অসমীয়া উচ্চাৰণ ৰীতিত সাধাৰণতে শব্দৰ আদিত দুটা আকাৰ থাকিলে তাৰ প্ৰথমটো অকাৰ বা একাৰ হয়; যেনে, ৰাজা—ৰজা, তাৰা—তৰা, মালা—মলা; আৰু আধা—এধা, আলাহ—এলাহ হয়; সেই মতেই নাযায়, নাখায় আদি নকৈ বা নিলিখি বহুতে নেযায়, নেখায় আদি কয় বা লিখে। বহুতে এইমতে সবহু কি, গাধা—গেধা, বাধা—বেধা, কাছাৰি—কেছাৰি, নাৰায়ণ—নেৰায়ণ আদি গ্ৰাম্য-দোষো সমৰ্থন কৰিব খোজে; কিন্তু এনে ব্যতিক্ৰম বা ব্যভিচাৰৰ এটা সীমা থকা নিতান্ত উচিত।

### ণত্ব-ষত্বত সাধাৰণ ভ্ৰম

| অশুধ | শুধ |
|---|---|
| ৰামায়ন, ৰসায়ণ | ৰামায়ণ, ৰসায়ন |
| পুন্য, শূণ্য | পুণ্য, শূন্য |
| সুসুপ্ত, সুসমা | সুষুপ্ত, সুষমা |
| দুৰ্নাম, নিপুন | দুৰ্ণাম ( দুঃ+নাম ), নিপুণ |

| অশুধ | শুধ |
|---|---|
| চিহ্ণ, আহ্ণিক | চিহ্ন, আহ্নিক |
| কল্যান, বানিজ্য | কল্যাণ, বাণিজ্য |
| সূৰ্পনখা, আনুসঙ্গিক | সূৰ্পণখা, আনুষঙ্গিক |
| শোনিত, অভিসেক | শোণিত, অভিষেক |

## সন্ধি-সমাস আদিত ভ্ৰম

| | |
|---|---|
| তথাপিও | তথাপি ( তথা+অপি, অপি—ও ) |
| ভষ্ম, পুষ্প | ভস্ম, পুষ্প |
| মুহুৰ্ত, প্ৰত্যুস | মুহূৰ্ত, প্ৰত্যুষ (প্ৰতি—উষ বা উষ+অ (ক) |
| গোপিনী, অধিনী | গোপী, অধীনা |
| নীৰোগী, নিৰপৰাধী | নীৰোগ, নিৰপৰাধ ( বহুব্ৰীহি ; ইন্ নহয় ) |
| নিৰাশা, নিৰ্ধনী | নিৰাশ, নিৰ্ধন ( নিঃ আশা বা ধন যাৰ ) |
| সুগন্ধী | সুগন্ধ, সুগন্ধি ( বহুব্ৰীহি ; ইন্ নহয় ) |
| সলজ্জিত | সলজ্জ, লজ্জিত |

## তদ্ধিত প্ৰত্যয়ত ভ্ৰম

| | | |
|---|---|---|
| পৈত্ৰিক | পৈতৃক | পিতৃ+ক ( কণ ) |
| ঐক্যতা বা দাৰিদ্ৰতা | ঐক্য, একতা, দাৰিদ্ৰ্য, দৰিদ্ৰতা | |
| বাহ্যিক | বাহ্য | বহিস+য |
| ৰাজনৈতিক | ৰাজনীতিক | ৰাজনীতি+-ক ( কণ ) |
| উৎকৰ্ষতা | উৎকৰ্ষ, উৎকৃষ্টতা | দুবাৰ প্ৰত্যয় যুক্ত নহয় |

| অশুধ | শুধ | মন্তব্য |
|---|---|---|
| যাবদীয় | যাবতীয় | যাবৎ+ঈয় |
| স্থায়ীত্ব, দায়ীত্ব | স্থায়িত্ব, দায়িত্ব | স্থায়িন্+ত্ব, দায়িন্+ত্ব |
| ভস্মিভূত, দ্ৰবিভূত | ভস্মীভূত, দ্ৰবীভূত | ভস্ম, দ্ৰব+ঈ ( চি )-ভূত |
| বাল্মিকী, দাশৰথী | বাল্মীকি, দাশৰথি | বল্মীক, দশৰথ+ই (ষ্ণি) |
| সত্ততা | সত্তা ( সাধুতা ) | সৎ+তা, সাধু+তা |
| ত্ৰৈবাৰ্ষিক | ত্ৰিবাৰ্ষিক | বৃদ্ধি উভয় শব্দত নহয় |
| ভাগীৰথি | ভাগীৰথী | ভগীৰথ+অ ( ষ্ণ )+ঈ |
| বাহুল্যতা | বহুলতা, বাহুল্য | |
| ৰাশিকৃত, লঘুকৰণ | ৰাশীকৃত, লঘূকৰণ | |
| সমিচিন | সমীচীন | সম্—অঞ্চ (গতি)+ঈন্ ; সম—সমী |

## কৃৎ প্ৰত্যয়ত ভ্ৰম

| | | |
|---|---|---|
| দোষণীয় | দূষণীয়, দূষ্য | দূষ্+অনীয় |
| নিন্দুক | নিন্দক | নিন্দ+-অক (ণক্) |
| বিকির্ণ | বিকীৰ্ণ | বি—কৃ+ত (ক্ত) |
| ধ্বংশ | ধ্বংস | ধ্বন্স+অ (অল্) |
| সান্তনা | সান্ত্বনা | সান্ত্ব+-অন্ (অনট)+আ (স্ত্ৰী) |
| গৃহীতা | গ্ৰহীতা | গ্ৰহ ( গ্ৰহণ কৰ )+-তৃ (তৃন্) |
| সৃজিত | সৃষ্ট | সৃজ+-ত (ক্ত) |
| পৰিত্যাজ্য | পৰিত্যাজ্য | পৰি—ত্যজ্+ণ্যৎ (কৰ্ম্মবাচ্য) |
| বিদ্যান্ | বিদ্বান | বিদ্—শতৃৰ ঠাইত ক্বসু (বস্) |
| আকাঙ্খা | আকাঙ্ক্ষা | আ—কাঙ্ক্ষ্+অ, (স্ত্ৰী—আ) |
| মুখস্ত | মুখস্থ | মুখ—স্থা+-অ (ক) কৰ্তৃবাচ্য |

| অশুধ | শুধ | মন্তব্য |
|---|---|---|
| বিকীৰণ | বিকিৰণ | বি—কৃ + অন (অনট)ভাববাচ্য |
| উদ্গীৰণ | উদ্গিৰণ | উৎ—গৃ +-অন ( অনট ) |
| সিঞ্চিত | সিক্ত | সিচ্ +-ত (ক্ত) |
| উচ্ছন্ন | উৎসন্ন | উৎ—সদ্ +-ত (ক্ত) |
| জাগৰুক | জাগৰূক | জাগৃ + ঊক কর্তৃবাচ্য |
| ঋণগ্ৰস্থ | ঋণগ্ৰস্ত | ঋণ— গ্ৰস্ +-ত (ক্ত) |
| সন্মত, সন্মান | সম্মত, সম্মান | সম্ + মত, সম্ + মান |
| নিৰস, নিৰব | নীৰস, নীৰব | নিঃ + ৰস, নিঃ + ৰব |
| উজ্বল, উচ্ছাস | উজ্জ্বল, উচ্ছ্বাস | উৎ + জ্বল, উৎ + শ্বাস |
| মনযোগ, পুনৰাভিনয় | মনোযোগ, পুনৰভিনয় | মনঃ + যোগ পুনঃ + অভিনয় |
| সন্মিলন | সম্মেলন | সম্—মিল্ + -অন (অনট) |
| ইতিপূৰ্বে, ইতিমধ্যে | ইতঃপূৰ্ব্বে, ইতোমধ্যে | ইতঃ + মধ্যে |
| যদ্যাপি, অদ্যপি | যদ্যপি, অদ্যাপি | যদি + অপি, অদ্য + অপি |

---

# ষষ্ঠ অধ্যায়

**অসমীয়া শব্দ-বিভাগ :**—অসমীয়া ভাষাৰ শব্দাৱলী মূলতঃ তিনি শ্ৰেণীত ভগোৱা হয়। তৎসম, তদ্ভৱ আৰু দেশজ। নক্ষত্ৰ, সূৰ্য্য, চন্দ্ৰ, আদি যিবোৰ শব্দ সংস্কৃতৰ দৰে অবিকৃতভাৱে আছে সেইবোৰকে **তৎসম** বোলা হয়। গাই ( সং গাভী ), আন্ধাৰ ( সং অন্ধকাৰ ), বিহলঙনী ( সং বিষলঙ্ঘনী ), আদি যিবোৰ শব্দ

সংস্কৃতৰ পৰা বিকৃত হৈছে সেইবোৰক **তদ্ভৱ** বা **অৰ্দ্ধ-তৎসম** বোলা হয়। জকাই, খালৈ আদি যিবোৰ অসমীয়া শব্দৰ সংস্কৃতৰ লগত সম্পৰ্ক নেদেখি, সেইবোৰক **দেশজ** অৰ্থাৎ পূৰ্ব-সংস্কৃত বা উত্তৰ-সংস্কৃত কোনো স্থানীয় ভাষাৰ পৰা ওলোৱা বুলি ধৰা হয়।

এইবোৰৰ বাহিৰে বুৰঞ্জীয়ে চুকি পোৱা কালত বিভিন্ন জাতিৰ সংস্পৰ্শৰ ফলত বিভিন্ন ভাষাৰ পৰা অহা শব্দাৱলীক **বিদেশী** বোলা হয়। যেনে—(১) ফাৰ্ছি:—বন্দুক, বাৰুদ, খাজনা, হিচাব, কিতাব, আইন, উকীল, চৰকাৰ, হাকিম, হুকুম, খবৰ, দোকান, গৰম, চাকৰ, আদি; (২) ফিৰাঙ্গী বা পৰ্ত্তুগীজ:—বালতি, বটল, বুটাম, চাবি, আনাৰছ, গিৰ্জা, যীশু, আলকতৰা, আলপিন, আলমাৰি, কেৰাণী আদি; (৩) ফৰাছী আৰু ওলন্দাজ:—হৰতন, কইতন, ইস্কাবন, ক্ৰুপ আদি; (৪) ইংৰাজী:—স্কুল, বেঞ্চ, আপিছ, আপিল আদি।

**অসমীয়া শব্দ-গঠন:**— গঠনমতে শব্দ দুভাগ:—মৌলিক আৰু সাধিত। গছ, আম আদি যিবোৰ শব্দ অসমীয়া প্ৰকৃতি প্ৰত্যয় অনুসাৰে ফঁহিয়াব নোৱাৰি, সেইবোৰেই মৌলিক। সাধিত আকৌ দুবিধ:—ভাত-পানী, ঘৰ-বাৰী আদি দুই বা তদধিক শব্দৰ যোগত হোৱা **সমাসযুক্ত**; আৰু ধৰ্ম (ধৃ+মন্), বৈষ্ণৱ (বিষ্ণু+ষ্ণ) আদি কৃৎ বা তদ্ধিত যোগে হোৱা **প্ৰত্যয়-নিষ্পন্ন** শব্দ। অৰ্থমতে আকৌ শব্দ তিনি প্ৰকাৰ:—ৰূঢ়, যৌগিক, যোগাৰূঢ়। 'হস্তী' শব্দই যেনেকৈ প্ৰকৃতি-প্ৰত্যয়গত অৰ্থ (যাৰ হাত আছে) নুবুজাই কেৱল পশুবিশেষ বুজায়, তেনেকুৱা শব্দক **ৰূঢ়** বোলে। 'দেখুৱাতী' (যি জনীয়ে দেখুৱায়), এনেদৰে যিবোৰ শব্দই প্ৰকৃতি-প্ৰত্যয় মতে অৰ্থ বুজায়, সেইবোৰ **যৌগিক**। 'জলদ' আদি যিবোৰ শব্দই প্ৰকৃতি-প্ৰত্যয়গত অৰ্থৰ উপৰিও তাৰ ভিতৰৰ কোনো বিশেষ অৰ্থ বুজায় সেয়ে **যোগাৰূঢ়**।

**অসমীয়া শব্দ যোজনা**ঃ—কোনো কোনো শব্দৰ আগত বা পাছত আন শব্দ লগ লাগি বিশেষ নতুন শব্দ হয়। (ক) আগত লগ লগা, যেনে :—পূৰ্ব—ভূতপূৰ্ব, অভূতপূৰ্ব ; দান—প্ৰাণদান, কন্যাদান ; বৃত্তি—মনোবৃত্তি, চৌৰ্যবৃত্তি ; যাত্ৰা—শোভাযাত্ৰা, জীৱনযাত্ৰা ; গ্ৰাহী—মনোগ্ৰাহী, হৃদয়গ্ৰাহী, সাধন—হিতসাধন, তৃপ্তিসাধন ; ভক্তি—দেশ-ভক্তি, গুৰুভক্তি ; মণ্ডল—মুখমণ্ডল, নভোমণ্ডল ; গোচৰ—কৰ্ণগোচৰ, দৃষ্টিগোচৰ ; মনা—ক্ষুদ্ৰমনা, সঙ্কীৰ্ণমনা ; যুদ্ধ—বাক্‌যুদ্ধ, ধৰ্ম্মযুদ্ধ ইত্যাদি (খ) পিছত লগ লগা—যেনে :—প্ৰিয়—প্ৰিয়বাদী, প্ৰিয়দৰ্শন ; ৰাজ—ৰাজলক্ষ্মী, ৰাজপথ ; সত্য—সত্যব্ৰত, সত্যপৰায়ণ ; আত্ম—আত্মপ্ৰসাদ, আত্মসমৰ্পণ ; ধৰ্ম্ম—ধৰ্ম্মপত্নী, ধৰ্ম্মভীৰু ; কৃত—কৃতবিদ্য, কৃতকাৰ্য ; লোক—লোকালয়, লোকাপবাদ ; যথা—যথাবিধি, যথোচিত ; প্ৰাণ—প্ৰাণাধিক, প্ৰাণান্ত। (গ) শ্ৰেষ্ঠত্বব্যঞ্জক, যেনে :—কন্যাৰত্ন, পুৰুষসিংহ, কুলতিলক। (ঘ) হীনত্বসূচক, যেনে :—নৰপশু, কুলাঙ্গাৰ। (ঙ) বহুত্ববোধক, যেনে :—ছাত্ৰবৃন্দ, দ্বীপপুঞ্জ, মেঘমালা, পৰ্ব্বতশ্ৰেণী, তেজোৰাশি, ৰত্নৰাজি, বিষয়সমূহ, ক্ৰিয়াকলাপ, সৈন্যদল, কবিকুল।

**খণ্ডবাক্য আৰু জতুৱা ঠাঁচ**ঃ—জগতৰ সকলো ভাষাৰ দৰে অসমীয়াতো ভাব-প্ৰকাশৰ একোটা সহজ গঢ় আছে ; সেই গঢ়ত শব্দকেইটাৰ গুটীয়া সাধাৰণ অৰ্থ নহৈ স্বকীয়া সমূহীয়া অৰ্থ হয়, আৰু সেই শব্দকেইটা গুচাই তাৰ প্ৰতিশব্দ দিলেও সেই অৰ্থ নাথাকে। 'খৰি দিয়া'ৰ জতুৱা অসমীয়া অৰ্থ 'শৰ পোৰা' ; কিন্তু 'খৰি যোগোৱা' বুলিলে তাৰ সেই অৰ্থ নহয় ; বা 'চকু মুদা'ৰ জতুৱা অৰ্থ 'মৃত্যু হোৱা' ; কিন্তু 'চকু জপোৱা' বুলিলে সেই অৰ্থ নহয়। সেই কাৰণে এই জতুৱা খণ্ডবাক্যবোৰ বিশেষ সাৱধানেৰে শিকি ব্যৱহাৰ কৰিব লাগে ; যেনে—কপাল ফুলা (সৌভাগ্য হোৱা) ;

কপাল ফুটা ( দুৰ্ভাগ্য হোৱা ); কাণ পাত বা কাণ দে ( মন দি শুন ); কাণ কৰ ( মন দে ); .কান-সমনীয়া ( এজনৰ কান্ধৰ সমান, প্ৰায় সমান ওখ ); কানে-কানমাৰিয়ে ( কান্ধ আৰু কাষমাৰিৰ মাজত, কথমপি ); গা কৰ ( উন্নতি কৰ ); গা ধৰ ( শকত হ ); গা উঠ ( উৎসাহ বাঢ় ); গা ঘেলা ( ধুনমাৰি ফুৰ ); ঘৰ পাত ( বিয়া কৰ ); ঘৰ ভাঙ ( ঘৰত বিবাদ লগা ); ঘৰ ল ( ন ঘৰত থাকিবলৈ ল ); চকু দে ( সাৱধান ল ); চকু মুদ ( মৰ ); চকু ফুৰা ( ওপৰে ওপৰে চা ); মন কৰ ( সাৱধান হ ); মন দে ( মনোযোগ দে ); মন যা ( ইচ্ছা হ ); মন মেল ( ইচ্ছা কৰ ), মন বান্ধ ( দৃঢ় সংকল্প কৰ ); মন বহ ( ভাল পাবলৈ ধৰ ); মুখ লাগ ( খকুৱা মানুহে চোৱা বাবে খোৱা বস্তু জীণ নাযা ); মুখ মাৰ ( লগা বস্তু দি আৰু নিবিচৰা কৰ ); মুখ সলা ( খোৱা বস্তু সলনি কৰ ); মূৰ মাৰ ( সুচল নোহোৱা কৰ ); মূৰ খা ( অনিষ্ট কৰ ); মূৰ ঘুমা ( বিশেষ চিন্তা কৰ ); হাত দে ( কৰিবলৈ ধৰ ); হাত কৰ (নিজ হাতলৈ আন) ; হাত সৰ ( চোৰ স্বভাৱৰ) ; বাট চা ( অপেক্ষা কৰ ); বাট কুৰি বা ( বহুত বাট বুল ); হাড় পেলা, আয়ুসত্ত চাউল নোহোৱা হ ( মৰ ); বিধি-পথালি কৰ ( অগা-ভেটা কৰ ); চাহ-এৰা দে ( ত্যাগ কৰ ); টুপাই বুৰ মাৰ ( ফাকি দে ); ন দি ক ( ডাঠি ক ); পেটে-ভাতে খা ( কোনোমতে জীৱন ধাৰণ কৰ ); ভাতে-ভৰালে খা ( নাটনি নোহোৱাকৈ খাই-বৈ থাক ); জুলুকি জুলুকিকৈ শিকা ( ঘনাই কষ্ট দে ); নাকনি-কাণনি কৰ ( সমৰ যাতনা দে ); খাই পাত ফাল ( অশলাগী হ ); মুখৰ ছাই-মাটি গুচা ( শৰাধ-বিধি কৰ )।

## অশুদ্ধ বাক্যৰ শুদ্ধৰূপ

| অশুদ্ধ | শুদ্ধ |
|---|---|
| সি যি কি নহওক, মই যাম। | —সি যি হওক, মই যাম। |
| যেই কোনো মানুহে এইটো জানে। | —যেই সেই মানুহে এইটো জানে। |

তাৰ মাইকীৰ অসুখ হৈছে।—তাৰ তিৰোতাৰ অসুখ হৈছে।

বাৰটা বজাত সভা বহিব।—বাৰ বজাত সভা বহিব।

তোমাৰ ঘৰত ভালতো?—তোমাৰ ঘৰত ভাল নে?

মই সময় কৰিব নোৱাৰো।—মই সময় উলিয়াব নোৱাৰো।

তেওঁ কলে যে তাই নাহে।—তেওঁ কলে বোলে তাই নাহে।

তালৈ গাড়ীৰে যোৱা যায়।—তালৈ গাড়ীৰে যাব পাৰি।

ইয়াত ভাল চাহ পোৱা যায়।—ইয়াত ভাল চাহ পোৱা হয়।

সেইটো লোপ হল।—সেইটো লোপ পালে (লুপ্ত হল)।

তেওঁ আৰোগ্য হল।—তেওঁ আৰোগ্য লভিলে [নীৰোগ হল]।

মই সন্তোষ হলো।—মই সন্তোষ পালো [সন্তুষ্ট হলো]।

হৰ পৰাজয় হল।—হৰৰ পৰাজয় হল [হৰ পৰাজিত হল]।

ই প্ৰমাণ হব।—ই প্ৰমাণিত হব [ইয়াৰ প্ৰমাণ হব]।

এই নাটক অভিনয় হব।—এই নাটক অভিনীত হব।

মৰমৰ ছাত্ৰবৃন্দ সকল।—মৰমৰ ছাত্ৰবৃন্দ [ছাত্ৰসকল]।

উপস্থিত ৰাইজসকল।—উপস্থিত ৰাইজ [সমজুৱাসকল]।

মই ভাত খাব যাওঁ। —মই ভাত খাবলৈ যাওঁ। (তুমৰ্থে লৈ)

তুমি যাবলৈ নোৱাৰা। —তুমি যাব নোৱাৰা। (তুমৰ্থে নোহোৱা)

তুমি জানা, সৰে জানা কথা। —তুমি জানা, সৰে জনা কথা,

তেওঁ ঘৰ পায় ভাত খাই। তেওঁ ঘৰ পাই ভাত খায় (সিদ্ধা-সাধ্য)

ভঙা ছিঙা ঘৰতো, —ভগা-ছিগা ঘৰটো;

কোনে ভাগিলে-ছিগিলে। কোনে ভাঙিলে-ছিঙিলে।

তেওঁ ওমলিছে, উমলা ভাল। —তেওঁ উমলিছে, ওমলা ভাল।

প্ৰতিযোগিৰ হে প্ৰতিযোগীতা। —প্ৰতিযোগীৰ হে প্ৰতিযোগিতা।

নায়ৰ তলত বিষ নায়।—নাইৰ (নাভিৰ) তলত বিষ নাই (নাস্তি)।

গাওঁ ভাল, গাওঁত নাম গাঁও। —গাঁও ভাল, গাঁৱত নাম গাওঁ।
লিখকৰ লেখাৰ চানেকী নে চিনাকী। —লেখকৰ লিখাৰ চানেকি নে
"ফাল্গুনে গগনে ফেনে ণত্বমিচ্ছন্তি বৰ্ব্বৰাঃ"। [চিনাকি?
ফাগুণ, গগণ, ফেণত কোন ণ? —ফাগুন, গগন, ফেনত কোন ন?

## একাৰ্থক শব্দমালা

জোন:—চন্দ্ৰ, চন্দ্ৰমা, সুধাকৰ, সুধাংশু, সোম, শশী, শশধৰ, শশাঙ্ক, ইন্দু; বেলি:—ৰবি, দিবাকৰ, সূৰ্য্য, অৰুণ, অৰ্ক, আদিত্য, ভানু, ভাস্কৰ, তপন, দিনমণি, দিননাথ, মাৰ্ত্তণ্ড, অংশুমালী, মৰিচীমালী, মিহিৰ, সবিতা; ৰাতি:—নিশা, ৰজনী, যামিনী, বিভাৱৰী; পৃথিৱী:—ধৰা, ধৰিত্ৰী, ধৰণী, ভূ, মহী, ক্ষিতি, অৱনী, মেদিনী, বসুধা, বসুন্ধৰা, বসুমতী; সাগৰ:—সমুদ্ৰ, জলধি, বাৰিধি, সিন্ধু, পাৰাবাৰ; বতাহ:—বায়ু, সমীৰণ, অনিল, পৱন, মলয়া; জুই:—অগ্নি, অনল, হুতাশন, বহ্নি; তিৰুতা:—স্ত্ৰী, নাৰী, ৰমণী, ললনা, অঙ্গনা, বণিতা; ৰজা:—নৃপ, নৃপতি, নৰপতি, ভূপতি, ভূপাল, মহীপাল, মহীপতি; পানী:—জল, সলিল; আকাশ:—গগন, নভোমণ্ডল; পৰ্বত:—গিৰি, ভূধৰ; চৰাই:—পখী, বিহগ, বিহঙ্গ, বিহঙ্গম; চকু:—নয়ন, নেত্ৰ, লোচন।

## সদৃশাৰ্থক শব্দমালা

মুনি—মৌনব্ৰতী; ঋষি—সত্যদ্ৰষ্টা। ভ্ৰম—অসতৰ্কতামূলক; প্ৰমাদ—অজ্ঞতাজনিত। ৰজা—শাসক; সম্ৰাট—ৰজাৰ ৰজা। ৰীতি—প্ৰথা; নীতি—নিয়ম। সেৱা—তৃপ্তিবৰ্দ্ধক; শুশ্ৰূষা—কষ্ট-নিবাৰণাৰ্থক। অহঙ্কাৰ—গৰ্ব; অভিমান—ঠেহ। উপকৰণ—সজুলি; উপাদান—নিৰ্মাণৰ পদাৰ্থ। নমস্কাৰ—নম্ৰতাসূচক; প্ৰণাম—শ্ৰদ্ধাজ্ঞাপক। প্ৰণয়—মিল; প্ৰেম—গভীৰ প্ৰীতি। শ্ৰদ্ধা—সম্মান; ভক্তি—প্ৰেম।

## বিপৰীতাৰ্থক শব্দমালা

আদি—অন্ত
আদৰ—অনাদৰ
আগ—পিছ, গুৰি
আয়তী—বিধৱা।
অধম—উত্তম
অভ্যাস—অনভ্যাস
অন্তৰ—বাহিৰ
আকাশ—পাতাল
আপোন—পৰ
আদান—প্ৰদান
অলপ—বহুত
অনুগ্ৰহ—নিগ্ৰহ
ওখ—চাপৰ
উচ্চ—নীচ
উত্থান—পতন
উদয়—অস্ত
স্থাৱৰ—অস্থাৱৰ
ঐহিক—পাৰত্ৰিক
ইহলোক—পৰলোক
আবিৰ্ভাৱ—তিৰোভাৱ
আৱাহন—বিসৰ্জ্জন
কোমল—কঠিন; কঠোৰ

দীঘল—চুটি
প্ৰবীণ—নবীন
ন. নতুন—পুৰণি
নগৰীয়া—গাঁৱলীয়া
বৃদ্ধি—হ্ৰাস
মিলন—বিৰহ
হাঁহি—কান্দোন
মুখ্য—গৌণ
স্বাধীন—পৰাধীন
মিঠা—তিতা
শত্ৰু—মিত্ৰ
ৰোগী—সুস্থ
সুখ—দুখ
ভাল—বেয়া
সৃষ্টি—প্ৰলয়
সুগম—দুৰ্গম
স্বৰ্গ—নৰক
নম্ৰ—উদ্ধত
প্ৰাচ্য—পাশ্চাত্য
আদৰ— অনাদৰ
গৃহী—সন্যাসী
ইচ্ছা—অনিচ্ছা

কনিষ্ঠ—জ্যেষ্ঠ
কৃষ্ণ—শুক্ল
জোৰ—বিজোৰ
ক্ষুদ্ৰ—মহৎ
কুৎসিত—সুন্দৰ
ক্ষয়—বৃদ্ধি
গৰিষ্ঠ—লঘিষ্ঠ
গুৰু—লঘু
দ—বাম
গ্ৰহণ—বৰ্জ্জন
ঘন—সেৰেঙা
উপকাৰ—অপকাৰ
চঞ্চল—গহীন
এৰা—দৈ
চোৰ—সাধু
জন্ম—মৃত্যু
সচা—মিছা
জড়—চেতন
সোঁ—বাওঁ
জীৱন—মৰণ
ডেকা—বুঢ়া
জয়—পৰাজয়
তিৰস্কাৰ—পুৰস্কাৰ
অনুকূল—প্ৰতিকূল
উন্নতি—অৱনতি

অভিজ্ঞ—অনভিজ্ঞ
হৰ্ষ—বিষাদ
আস্থা—অনাস্থা
সৰু—বৰ
আয়—ব্যয়
ইচ্ছা—অনিচ্ছা
ন্যায়—অন্যায়
পাপ—পুণ্য
নিয়মিত—অনিয়মিত
অৰ্থ—অনৰ্থ
যুদ্ধ—শান্তি
সৎ—অসৎ
জয়—পৰাজয়
সুযোগ—দুৰ্যোগ
মান—অপমান
কৃতজ্ঞ—কৃতঘ্ন, অকৃতজ্ঞ
যোগ—বিয়োগ
যশ—অপযশ
লাভ—হানি
অনুৰাগ—বিৰাগ
সম্পদ—আপদ
উদ্গতি—অধোগতি
সৰস—নীৰস
আকৰ্ষণ—বিকৰ্ষণ
বুঢ়া—টুটা

## সম-উচ্চাৰণমূলক শব্দমালা

আঁকা—অঙ্কন কৰা। অকা—এক পৰ্বতীয়া জাতি।

আঁটা—জোৰা মৰা। আঁতা—পৰিষ্কাৰ কৰা।

অটল—অলৰ-অচৰ। অতল—গভীৰ, দ।

আঁচল—আগভাগ। আচল—অসুবিধা। আছল—প্ৰকৃত।

আঁট—টানি বান্ধ। আট—জোৰা মৰ। আঁত—সূতাৰ মূৰ; পেটৰ নাড়ী

আচাৰ—ৰীতি; ৰুচিকৰ খাদ্য। আছাৰ—জোকাৰ মাৰ।

আঁজলি—অঞ্জলি। আম্বলী—নিৰ্দোষ তিক্ততা।

কটীয়া—চুটি-চাপৰ। কতীয়া—কাতি মাহত হোৱা।

কঁঠা—নিহালি। কঠা—মাটি বা ধানৰ জোখ। কথা—বাক্য।

কণা—অন্ধ; কণিকা। কনা—কন্ধা, আঁটি।

ক'লা—আন্ধাৰ বৰণৰ। কলা—কাণেৰে নুশুনা।

কলি—যুগ বিশেষ, নুফুলা ফুল। কলী—কলা বৰণৰ স্ত্ৰী।

কাঁচ—ধাতু বিশেষ। কাছ—প্ৰাণী বিশেষ (সং কচ্ছপ)।

কাটি—ছেদ কৰি। কাতি—মাস বিশেষ; এচলীয়া।

কাণ—শুনা যন্ত্ৰ [সং কৰ্ণ]। কান—কাহ্ন [সং কৃষ্ণ]।

কাঁৰ—পৰিষ্কাৰ কৰ। কাঁড়—ধনুৰ শৰ।

কাঁহ—বাং-তাম মিহলি ধাতু। কাহ—ৰোগ বিশেষ।

কিৰীটি—মুকুট। কীৰিতি [পদ্য]—কীৰ্ত্তি, যশ।

কুট—খতি; দাঁতেৰে কাট। কূট—লগনীয়া, লগোৱা লোক।

কুল—জাতি। কূল—নৈ বা সাগৰৰ পাৰ।

কেৰাহি—কটাক্ষ দৃষ্টি। কেৰাহী—লোহাৰ বন্ধন পাত্ৰ।

খাট—সাধাৰণ পালেং [খট্ট], শ্ৰম কৰ। খাত—খেত, ক্ষেত্ৰ, পাম।

গঁড়—জন্তু বিশেষ। গড়—কোঠ। গঢ়—আকৃতি।

গাঁৰি—অবয়ব। গাড়ী—চকৰি লগা বাহন।

গিৰি—পৰ্বত। গিৰী—গৃহস্থ।

গুড়—খাদ্য বিশেষ। গূঢ়—গুপ্ত।

গুড়ি—চূৰ্ণ। গুৰি—ওচৰ।

ঘাট—পানী অনা বাট; পৰান্ত হ। ঘাত—বাদ্যৰ ছেও।

চ'ত—মাসবিশেষ। চট—বালিৰ গড়া।

চল—গতি কৰ; সুবিধা। ছল—প্ৰবঞ্চনা বা ঠগ কৰ।

চা—মনকৰ, দেখ। ছা—খেৰেৰে ঢাক। ছাঁ—ছাঁয়া।

চাই—দেখি। ছাই—ভসম্।

চাল—ঘৰৰ ওপৰৰ ফাল। ছাল—গছৰ বা জন্তুৰ গাৰ ঢাকনি।

চুটি—চাপৰ; ঘোৰাৰ লৰ। ছুটী—অৱসৰ।

চুৰি—অপহৰণ। ছুৰী—সক কটাৰি।

চোৱা—দেখা। ছোৱা—স্পৰ্শ কৰা।

জঁয়—মৰহা। জয়—জিত।

জহ (সং দহ)—ঘাম। যহ (সং যশঃ)—গপ।

জান—জুৰি। যান—বাহন।

জিত—জিক। জীণ—'হজম'। জীন—ঘোৰাৰ গাদী।

জিৰণি—জিৰোৱা। জুৰণি—খাদ্যবিশেষ।

জুতি—ৰুচি, চল। যুটি—সাঙুৰি। যুতি—ফুলবিশেষ।

টিকা—গাৰ অংশ বিশেষ। টীকা—ব্যাখ্যা।

ঠৰ—লৰচৰ নোহোৱা। থৰ—দোৱা ধানৰ পাঁচ মুঠি।

ঠান—গঢ়। থান—ধৰ্মঠাই, সত্ৰ।

ডৰ—ভয়। দৰ—বেচ।

ঢৰা—ভাঙৰ ঢাবি। ধৰা—পৃথিবী।
ঢল—কান্তি, জাক। ধল [সং ধৱল]—বগা, বাঢ়নি পানী।
তলি—তল ভাগ। তলী (স্থলী)—শস্য হোৱা ঠাই।
তুলি—হাড়ি। তুলী—লেখনী; তুলাৰ শয্যা।
দিন—২৪ ঘণ্টা, বেলিৰ পোহৰ থকা সময়। দীন—দুখীয়া।
দীপ—চাকি। দ্বীপ—চাৰিওফালে পানীয়ে বেৰা ঠাই।
দেশ—মহাদেশৰ অংশ। দ্বেষ—হিংসা।
ধনী—চহকী। ধ্বনি—শব্দ।
ধুত্তি [ধৌত]—পৱিত্ৰ। ধুৰ্ত্ত (দোহাতী)—চুৰিয়া।
পটা—পিহনী শিল। পতা—পাতি থোৱা; চকু ঢকা ছাল।
পটি—কাপোৰৰ পাৰি; ঠেক বাট। পতি—স্বামী।
পাঁচ—পঞ্চ। পাছ [পশ্চাৎ]—পলম। পিছ [পিষ্ঠ]—পিঠিফাল
পাণ (পৰ্ণ)—গছৰ পাত বিশেষ। পান—পি খোৱা।
পাণি - হাত। পানী—জল।
পিট—কোবা। পিত্ত—সাহ। পীত—হালধীয়া।
পিৰা—তপিনা বা সেই অঙ্গ ৰখা আসন। পীড়া—কষ্ট।
পুঠি—মাছবিশেষ। পুথি—পুস্তক।
পুত—পুত্ৰেক। পূত—পৱিত্ৰ।
পোণ—অনা। পোন—সৰল।
ফণি—চুলি আঁচোৰা যন্ত্ৰ। ফণী—সাপ।
বচা—নিৰ্বাচন কৰা। বছা—কুটা; মাছবিশেষ।
বঁটা—ভাগ কৰ, পুৰস্কাৰ। বটা—পাত্ৰ। বতা—ইকৰা, চৰাই।
বলি—গোসানীৰ আগত কটা জন্তু। বলী—বলৱান।
বঁটি [বণ্টন]—ভাগ কৰ। বাট—পথ। বাত—বেমাৰবিশেষ।

বাঁহ [বংশ]—এবিধ বাঁহ। বাহ [বাসা]—চৰাই থকা ঠাই।
বাকি—ঢালি দি। বাকী—অৱশেষ।
বাণ—কাঁড়। বান—বাঢ়নি পানী; খুড়া দিয়া বাটী-কাঁহী।
বাণি—পুতল। বাণী—বাক্য, সৰস্বতী।
বাগি—ছলনা, ফুলবিশেষ। বাগী—ঘোৰা গাড়ী।
বাঁটি—ভাগ কৰি। বাটী—পাত্ৰ। বাত্তি—বত্তিওৱা।
বাঁৰী—বিধৱা। বাৰী—টোল, বাগিচা। বাৰি [সং]—পানী।
বিনা—গুণ বৰ্ণাই কান্দ; বিহনে। বীণা—বীণ।
ভৰণি—অনাহক হোৱা ব্যয়। ভৰণী—নক্ষত্ৰ।
ভাট—গায়ক বিশেষ। ভাত—সিজা চাউল।
ভাটী—পছিম ফাল। ভাতী—জুই জলোৱা যন্ত্ৰ। ভাতি [সং]—পোহৰ।
ভেটি [সং ভিত্তি]—ঘৰসজা ঠাই। ভেটী—স্বাৰ্থসিদ্ধিৰ উপহাৰ।
মটা [মৰ্দা]—পুৰুষ। মতা—নিমন্ত্ৰণ কৰা।
মঠ—মন্দিৰ। মথ—ঘুটি পেলা।
মিটা—মিটমাট কৰা। মিতা—মিত্ৰ, সখি।
লিখা—চিন দিয়া। লেখা—গণনা কৰা।
শকট—গাড়ী। শকত—বলী।
শত—শ, এশ। শৱ—শ, মৃত দেহ।
শৰ—কাঁড়, মৃগবিশেষ। সৰ—তলৈৰ পৰ, গাখীৰৰ সাৰ ভাগ।
শৎ—ইচ্ছা। সৎ—সজ।
শাহ—গছ বা গুটিৰ সাৰ ভাগ। সাহ—সাহস।
শিল—পাথৰ। শীল—চৰিত্ৰ।
শাপ—শাও। সাপ—সৰ্প।
শুচি—পৱিত্ৰ। সূচি—কাঁহি। সূচী—নিৰ্ঘণ্ট।

শুত—শাঁত। সুত—পুত্ৰ, বাঢ়ি, জাতিবিশেষ। সূত (সূত্ৰ)—আঁহ।
শুৰ—হাতীৰ নাক। শূৰ—পোকবিশেষ। সুৰ—স্বৰ, দেৱতা।
শোটা—ঠাইসৰা সজুলি। সোতা—সোত; বন্ধকৰ বস্তু।
শোধা—পৰিশোধ কৰা। সোধা—প্ৰশ্ন কৰা।
সমাজিক—সপোন। সামাজিক—সমাজ বিষয়ক।
সাঁচা—সঞ্চয় কৰা। সচা [সাচ্চা]—সত্য।
সত্ব—সত্তা, স্থিতি। সৰ্ত্ত—অৱস্থা। স্বত্ব—অধিকাৰ, দাবী।
হাট [হট্ট]—গোলা, দোকান। হাত [হস্ত]—অঙ্গবিশেষ।
হাটী—ঘৰৰ শাৰি। হাতী [হস্তী]—জন্তুবিশেষ।
হাৰ—ডিঙিৰ অলঙ্কাৰ। হাড়—অস্থি।

## অসমীয়া বাক্য-সঙ্কোচন

আগতে হোৱা নাই—অভূতপূৰ্ব; যি আগতে হৈছে—ভূতপূৰ্ব; যি সহজে জীণ যায়—লঘুপাকী; যি সহজে জীণ নাযায়—গুৰুপাকী; যি নষ্ট হয়—নশ্বৰ; যি নষ্ট নহয়—অবিনশ্বৰ; যি মুক্তি বিচাৰে—মুমুক্ষু; যাৰ মৃত্যুকাল উপস্থিত—মূমূৰ্ষু; যি উপকাৰ বুজে—কৃতজ্ঞ; যি উপকাৰীৰ অপকাৰ কৰে—কৃতঘ্ন; যিটো পোৱা সহজ—সুলভ; যিটো পোৱা কঠিন—দুৰ্লভ; যিটো অৱশ্যে হব—অৱশ্যম্ভাৱী; যিটো কথাৰে কব নোৱাৰি—অনিৰ্বচনীয়; যিটো ধ্যানৰ যোগ্য—ধ্যেয়; যি বৰণৰ যোগ্য—বৰেণ্য; যিটো নিবাৰণ কৰিব নোৱাৰি—অনিবাৰ্য; যি দুঃখ নিবাৰিব নোৱাৰি—দুৰ্নিবাৰ; যিটো চোবাই খায়—চৰ্ব্য; যিটো চুহি খায়—চুষ্য; জয় কৰিবৰ ইচ্ছা—জিগীষা; হত্যা কৰিবৰ ইচ্ছা—জিঘাংসা; জয়সূচক উৎসৱ—জয়ন্তী; ইন্দ্ৰক জয়কাৰী—ইন্দ্ৰজিৎ; পানীত থাকে যি—জলচৰ; আকাশত ফুৰে যি—খেচৰ; যাৰ জাতিগুৰি জনা নাই—অজ্ঞাতকুলশীল; গুণীৰ গুণ বুজা—গুণগ্ৰাহী

মনত লগা—হৃদয়গ্ৰাহী; বহুতৰ মাজত এজন—অন্যতম; যি মায়া [কপট] নাজানে—অমায়িক; যাৰ পৰলোক বা ঈশ্বৰত বিশ্বাস—আস্তিক; যাৰ তাত বিশ্বাস নাই—নাস্তিক; যি প্ৰতিষ্ঠা লাভ কৰিছে—লব্ধপ্ৰতিষ্ঠ; যি ইন্দ্ৰিয় জয় কৰিছে—জিতেন্দ্ৰিয়; যাৰ শত্ৰু জন্মা নাই—অজাতশত্ৰু; যাৰ বুদ্ধি সদায় উপস্থিত—প্ৰত্যুৎপন্নমতি; যাৰ ক'তো ভয় নাই—অকুতোভয়; যি দুই হাতে কাঁড় মাৰিব পাৰে—সব্যসাচী; যিটো সাধাৰণতে পোৱা নহয়—অসাধাৰণ; কি কৰা বা নকৰা উচিত নজনা—কিংকৰ্তব্যবিমূঢ়; শুভক্ষণত ওপজা—ক্ষণজন্মা; কোনো মাতৃৰ পৰা নজন্মা—অযোনীসম্ভৱা; যিটোৰ ঘ্ৰাণ লোৱা হোৱা নাই—অনাঘ্ৰাত; বাক্য আৰু মনৰ অতীত—অবাঙমনসগোচৰঃ; জীৱন-ব্যাপি—আজীৱন; মৰণলৈকে—আমৰণ; যি বিশ্বাস নাৰাখে—অবিশ্বাসী; যি বিশ্বাসৰ অযোগ্য—অবিশ্বাস্য; যিটো বৰ্ণাব নোৱাৰি—অবৰ্ণনীয়; যিটো এৰিব নোৱাৰি—অপৰিহাৰ্য্য; একে সময়তে হোৱা—সমসাময়িক; আনকালে মন কৰি থকা—অন্যমনস্ক; নাম নধৰাকৈ পৰা গালি—শুৱাল-গালি; সকলো বস্তুৱে আঁটা—আটস্তিয়াৰ; কামৰ অলায়ক—অসাঠন; কোনো কথা সঠিক জানিবলৈ পঠোৱা মানুহ—সঁজাতী; দুখ সহিব পৰা—কষ্টসহিষ্ণু; একে মাতৃৰ গৰ্ভত ওপজা—সোদৰ বা সহোদৰ; কোনো পক্ষত থকা—পক্ষপাতী; কোনো পক্ষত নথকা—নিৰপেক্ষ; কোনো কাম কৰিবলৈ মন বন্ধা—কৃতসংকল্প বা দৃঢ়প্ৰতিজ্ঞ; বিদেশত থকা—প্ৰবাসী; বিদেশৰ পৰা অহা—বৈদেশিক; সহজে ভগা—ক্ষণভঙ্গুৰ; কব নলগা—অকথ্য; ঘৰ নথকা—অঘৰী; বিধিমতে নোহোৱা—অবৈধ; সহজে বুবুজা—দুৰ্বোধ্য; বুজিব পৰা—বোধগম্য; একে গুৰু ঘৰৰ শিষ্য—হৰিভকত; লোকৰ ভাল দেখিব নোৱৰা—চকুসৰহা।

---

## শ্ৰীডিম্বেশ্বৰ নেওগৰ ৰচিত আৰু প্ৰকাশিত

কাব্যমালা :—

১। মুকুতা—৵০
২। মানুহ—(*)
৩। পুতলি—।৵০
৪। মালিকা—(*)
৫। গুৱনী—॥০
৬। সঁফুৰা—(*)
৭। বিহুতী—(*)
৮। খহিদান—॥০
৯। মালতী—(*)
১০। ভোগৰজা—(*)
১১। থাপনা—৸০
১২। পাৰিজাত—(*)
১৩। থুপিতৰা—(*)
১৪। অসমা—১।০
১৫। নামতী—(*)
১৬। ফাগুনী-আকুলপথিক-বিহুৱা—১॥০
১৭। ইন্দ্ৰধনু—(*)
১৮। বিচিত্ৰা—১॥০
১৯। মেঘদূত—(*)
২০। বহৰহী-পানীমিঠৈ—১৸০
২১। কাব্যপ্ৰতিভা—৩৲

কথামালা :—

২২। বিশ্ববিদ্যালয়—৵০
২৩। বিহু-মেটেকা—৵০
২৪। কলিৰ কাহিনী—।৵০
২৫। দীপান্বলি—।৵০
২৬। ভক্তিসূত্ৰ—।৵০
২৭। অসমীয়া ভাষা আৰু লিপি কাহিনী—॥০
২৮। ত্ৰিবেণী—(*)
২৯। সাহিত্য কি—॥৵০
৩০। মধ্যমিকা অসমীয়া—॥৵০
৩১। বৰ্ণ-নিৰ্ণয়—৸০
৩২। শুধ অসমীয়া—।৵০
৩৩। সাহিত্যৰ জিলিঙণি—(*)
৩৪। সাহিত্যৰ জেউতি—১৲
৩৫। বৰ্ত্তমান অসমীয়া সাহিত্য-
৩৬। পত্ৰ-ৰেখা—১॥০
৩৭। প্ৰাক্ঐতিহাসিক অসম—১।
৩৮। বৈষ্ণব ধৰ্ম্মৰ বুৰঞ্জী—(*)
৩৯। অসমীয়া সাহিত্যৰ বুৰঞ্জী
৪০। কথাপ্ৰতিভা—(*)

ইংৰাজী গ্ৰন্থমালা :—

৪১। Mahapurushiyaism
৪২। Brahmaputra Reader II—১৵০
৪৩। Brahmaputra Reader I—১।০
৪৪। Introduction to Assam—২॥০
৪৫। History of Assamese Literature—(*)